# কৰ্ম্ম-জীৱন



শ্ৰীযাদৱ চন্দ্ৰ বৰুৱা
চোলাধৰা
যোৰহাট

KARMA JIBAN : A book of various happenings written and published by Shri Jadab Ch. Baruah, Choladhara, Jorhat, during the tenure of his services.

প্ৰকাশক ঃ শ্ৰীযাদৱ চন্দ্ৰ বৰুৱা।

প্ৰথম প্ৰকাশ ঃ ১৯৯৩ চন

মূল্য ঃ ৩২·০০ টকা

মুদ্ৰক ঃ ভাৰতী প্ৰেছ
যোৰহাট-১, অসম

# পাতনি

মোৰ কৰ্ম্ম-জীৱনৰ ঘাত-প্ৰতিঘাতবিলাকৰ এটা বিস্তৃত কাহিনী মোৰ এই মৃত্যুৰ দুৱাৰদলিত বহি লিখি থ'লো।

দেশৰ উঠি অহা ডেকাসকল, চাকৰী কৰ্ম্মচাৰী আৰু দেশসেৱকসকল ইয়াৰ ভৱিষ্যতে বিশেষ উপকৃত হ'ব বুলি মই ভাবোঁ।

কোৱা বাহুল্য যে একমাত্ৰ সমবায় আন্দোলনৰ যোগেহে দেশত শান্তি বিৰাজ কৰিব। দৰিদ্ৰতা, নিৰক্ষৰতা, সাম্প্ৰদায়িকতা কেৱল সমবায় আন্দোলনেহে দূৰ কৰিব পাৰিব। সকলো সংচৰিত্ৰবান লোকে প্ৰতিখন গাঁৱতে সমবায় সমিতি গঠন কৰি সকলো প্ৰযোদ্যোগ পূৰ্ণোদ্যমে চলাই দেশখন স্বাৱলম্বী কৰিব পাৰিব।

লিখক

# কৃতজ্ঞতা

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামীদেৱে আজি কেইবছৰমানৰ আগতে এই কাহিনীটো চাই-মেলি দিয়াত তেখেতৰ প্ৰতি মই চিৰ কৃতজ্ঞ।

মোৰ শুভাকাংক্ষীসকলে মোৰ এই প্ৰভা-বন্ধা কৰ্ম-জীৱনত সহায়-সাৰথি আগবাঢ়োৱাত তেখেত-সকলৰ প্ৰতি মই চিৰ কৃতজ্ঞ।

লিখক

# উৎসৰ্গ

মোৰ

স্বৰ্গীয় পিতৃ-মাতৃৰ

চৰণ কমলত

এই কাহিনীটো

উৎসৰ্গা কৰিলো।

লিখক

# প্ৰথম অধ্যায়

১৯৩৪ চনৰ নবেম্বৰ মাহৰ ১৮ তাং সমবায় বিভাগৰ ইন্‌স্পেক্টৰ হিচাবে কামত যোগ দিওঁ। লগে লগে মই বৰপেটালৈ ৰাওনা হলো। বৰপেটাত মোঃ জয়িজুল কাদিৰ চাহাবৰ লগত এমাহ প্ৰশিক্ষণ ললোগৈ। কাদিৰ চাহাব এজন অতি তীক্ষ্ন বুদ্ধিসম্পন্ন আৰু কাৰ্য্যদক্ষ কৰ্ম্মচাৰী আছিল। লগতে মোৰ কেইমাহমানৰ আগতে কাম পোৱা মোঃ জোহিৰুদ্দিন চাহাবেও প্ৰশিক্ষণ লৈ আছিল। আমি তিনিও বৰপেটাত গোট খালোগৈ।

বৰপেটালৈ যাওঁতে শুক্ৰেশ্বৰ ঘাটত থকা ৺উমাকান্ত গোস্বামীৰ ঘৰত এৰাতি থাকি যাও। তেখেত মোৰ মোমাই স্বৰ্গীয় ৰাধানাথ ফুকনৰ বৰজীয়েকক বিয়া কৰাইছিল। তেখেত মোৰ ভিনিহি হয়। মোৰ মামাত্ত বায়েও মোক বৰ মৰম কৰিছিল। গাঁৱত ফুৰিবলৈ চাইকেলৰ দৰ্কাৰ হ'ব বুলি মোক এখন চাইকেল প্ৰশিক্ষণ শেষ নোহোৱা পৰ্য্যন্ত চলাবলৈ দিলে।

শ্ৰীএস্‌, এল্‌, মেহতা, আই, চি এস, মজিদ চাহাবৰ পিছত ৰেজিষ্ট্ৰাৰ হয়। মই কামত যোগ দিয়াৰ লগে লগেই তেখেতেও মজিদ চাহাবৰপৰা কামৰ ভাৰ লয়।

প্ৰশিক্ষণ সমাপ্ত হোৱাৰ পিছত মোক যোৰহাটত কাম কৰিবলৈ আদেশ আহে আৰু যথা সময়ত মই যোৰহাটত কামৰ ভাৰ লওঁহি। ঠিক কেইদিনমানৰ পিছতে মেহতা চাহাব যোৰহাটলৈ আহে। মই পুৰা চাহাবী পোছাক পিন্ধি তেখেতক দেখা কৰিবলৈ আহোঁ। তেখেতে মোক দেখিয়েই গাজি উঠিল আৰু মজিদ চাহাবক ধৰি-

মৌল যোৰহাটলৈ অহা বুলি মোক নানা কথা ক'লে। পিছত বুজিলো যে মই তেখেতক ধুনীয়া পোছাক পিন্ধি তেখেতৰ ওচৰলৈ অহাত এনে ব্যৱহাৰ কৰিলে। ইনস্পেক্টৰ এজনৰ এনে পোছাক নুশুৱায়, যিহেতু দুৰ্গম গাঁৱলৈ বোকা পানী খচকি গৈ সমবায় ছচাইটিবিলাক পৰিদৰ্শন কৰিব লগীয়া বাইজৰ লগত খাপ খোৱা হ'ব লাগে। তেখেতে ক'লে যে মোক সোনকালে যোৰহাটৰ-পৰা বদলি কৰিব, যিহেতু যোৰহাটত অতি অভিজ্ঞ কৰ্ম্মচাৰীৰহে দৰকাৰ।

কিছুদিনৰ পিছত তেখেত উত্তৰ লক্ষীমপুৰলৈ আহিব বুলি খবৰ দিয়াত মেয়ো যোৰহাটৰপৰা চাইকেলেৰে লক্ষীমপুৰলৈ বাওনা হলো। মোৰ লগত মোৰ কেৰাণী স্বৰ্গীয় প্ৰিয়মাধৱ শৰ্ম্মা আৰু শ্ৰীদিম্ব নামে এজন পিয়ন গৈছিল। লক্ষীমপুৰৰ কাম যোৰহাটৰ ইনস্পেক্টৰে চাব লাগে। এইবাৰ মেহতা চাহাবক দেখা কৰিবলৈ যাওঁতে হাফপেণ্ট আৰু হেট পিন্ধি গৈছিলো। চাহাবে ইমান দূৰ চাইকেল মাৰি অহাত দুখ প্ৰকাশ কৰিলে আৰু মোক নিজৰ ভায়েৰৰ দৰে ব্যৱহাৰ কৰি নানা ভাল কথা ক'লে আৰু ক'লে যে মোক নগাঁৱত বানপানী পীড়িত অঞ্চলত কাম কৰিবলৈ আদেশ দিছে।

যোৰহাট ঘূৰি পোৱাৰ লগে লগেই নগাঁৱলৈ বদলি হোৱাৰ আদেশ আহিল আৰু বহাত মোৰ অফিচ পাতিবলৈ ক'লে। যথা সময়ত বহালৈ আহিলো আৰু বানপীড়িত অঞ্চলসমূহত নতুন সমবায় পাতি পুৰণাবিলাক ভাল কৰি সকলো সমজুৱাকে জীৱিকা উপাৰ্জনৰ বাটৰ দিহা কৰিব লগা হ'ল। ইয়াৰ কাৰণে চৰকাৰে নগাঁও কেন্দ্ৰীয় সমবায় বেঙ্কত ৫০,০০০.০০ টকাৰ এটা ঋণ দিলে। এই ঋণৰ বিনিময়ত সমজুৱাসকলক নামমাত্ৰ মূল্যত সূতা, খটখাটি তাঁতৰ

শাল, যঁতৰ, পাট-পলু পোহা আৰু পাটৰ সূতা কটা যঁতৰ আদি দিয়াৰ ব্যৱস্থা হ'ল।

ৰহা, তোপাকুচি, বাৰপূজীয়া, দীঘলদাৰি, ধৰমতুল, জাগীৰোড, জাগীভকত গাঁও, কামপুৰ, যমুনামুখ, হোজাই আদিত সমবায় সমিতিবিলাকৰ জৰিয়তে এই কামত ক্ষিপ্ৰতাৰে আগবাঢ়ি যোৱা হ'ল।

এই কাম কৰোতে এটা সমস্যাৰ সন্মুখীন হ'ব লগা হ'ল। সমস্যাটো হ'ল সমবায়বিলাকৰ ভালেখিনি সমজুৱা নিৰক্ষৰ আৰু ঋণৰ দলিলত বুঢ়া আঙুলিৰ টিপ চহী দি টকা বা তাঁতৰ শাল আদি পায়।

ইতিমধ্যে বহুতে পুৰণা সমবায় সমিতিত দুৰ্নীতিয়ে বাহ ললে। এশ টকা দি দলিলত দুই তিনিশ টকা লিখি টিপ চহী লয়। গতিকে এই নিৰক্ষৰতা দূৰ কৰি যাতে প্ৰতি সমজুৱাই পঢ়ি শুনি চাইহে ঋণৰ দলিলত চহী দিয়ে তাৰ ব্যৱস্থা কৰাত লাগিলো। সকলো সমবায় সমিতিবিলাকলৈ আদেশ জাৰি কৰিলো যাতে সকলো সমজুৱাক লিখা-পঢ়া কৰাৰ কাৰণে একোখন নৈশ স্কুল খোলে আৰু তাৰ খৰচ সমিতিবিলাকে বহন কৰে।

এই আদেশৰ নকল ৰেজিষ্ট্ৰাৰ চাহাবলৈ পঠোৱা হয় আৰু তেখেতে এনে ব্যৱস্থা কৰাৰ কাৰণে মোৰ শলাগ লয়। কোৱা বাহুল্য যে অসমত নৈশ বিদ্যালয় পতাৰ এইটো প্ৰথম উদ্যম। পিছতহে শিক্ষা বিভাগে নিৰক্ষৰতা দূৰ কৰিবৰ কাৰণে নৈশ স্কুলৰ ব্যৱস্থা কৰে।

ৰেজিষ্ট্ৰাৰ শ্ৰীএস এস মেহতাই মোৰ টুৰ ডায়েৰীবিলাক তন্ন তন্নকৈ পঢ়ে। বানান ভুল বা ভাষা ভুল হলে তেখেতৰ সেউজীয়া চিয়াহীৰে শুধৰাই পঠায় আৰু প্ৰত্যেক বাৰেই মোৰ

কামৰ পলাগ লৈ মন্তব্য দি পঠায়। তেখেতে মোক পিছত বৰ ভাল পোৱা হ'ল। অসম সচিবালয়লৈ পুনৰ মোক মতাত মেহতা চাহাবে মোক নোসোধাকৈয়ে লিখি পঠালে যে তেখেতে মোক সমবায় বিভাগৰপৰা যাবলৈ দিব নোৱাৰে। এনেকৈ কিছুদিন কাম কৰাৰ পিছত মোক প্ৰশিক্ষণ ল'বলৈ গুৱাহাটীলৈ পঠায়। শ্ৰীযুত বামপ্ৰসাদ বেজবৰুৱাই পঞ্চায়ত প্ৰশিক্ষণ লৈ আহি অসম উপত্যকাৰ আঠজন সমবায় ইন্‌ছপেক্টৰক প্ৰশিক্ষণ দিয়েহি। সেই সময়ত এখন জিলাত কেৱল এজন সমবায় বিষয়া থাকে। অসম ভেলিত এজন আৰু সুৰমা ভেলিত এজনকৈ এছিচটেণ্ট ৰেজিষ্ট্ৰাৰ থাকে। তেখেতসকল গুৱাহাটী আৰু চিলেটত থাকে।

মেহতা চাহাবে দুই ভেলিৰ দুজন প্ৰশিক্ষকক লৈ কিছুমান অৰ্থনীতি বিষয়ক কিতাপ পঠাই দিয়ে। ইয়াৰে একোখনকৈ প্ৰতি-প্ৰশিক্ষণ লোৱা কৰ্ম্মচাৰীয়ে পঢ়ি তাৰ সাৰাংশ প্ৰতি ১৫ দিন প্ৰশিক্ষণৰ অধ্যক্ষৰ জৰিয়তে মেহতা চাহাবলৈ পঠিয়াব লাগে। মেহতা চাহাব কেতিয়াবা হঠাতে আহি সকলো প্ৰশিক্ষণ লৈ থকা কৰ্ম্মচাৰীক একেলগে লগ ধৰি কোনে কি লিখিলে আহি কয়হি। যি কিজনে ভালকৈ লিখিব নোৱাৰিলে তেওঁলোকৰ লিখা বেয়া বুলি কয়হি। ময়ে সকলোতকৈ মনোযোগ দি কিতাপবিলাক পঢ়ো বুলি তেখেতে সকলোৰে আগত মন্তব্য দি যায়।

লক্ষীবোধ বিহাৰী চোম্ নামে এজন এছিচটেণ্ট ৰেজিষ্ট্ৰাৰ আমাৰ ওপৰত আছিল। তেখেত মাজে সময়ে ট্ৰেইনিং ক্লাছলৈ আহি আমি কোনে কিমান জানিছো তাক নিৰ্ণয় কৰেহি। মেহতা চাহাবে মোক প্ৰকাশ্যে প্ৰশংসা কৰাত তেখেতে মোক পেটে পেটে বৰ ভাল নাপাইছিল।

মেহতা চাহাবে মোক বেংকিং ল এণ্ড প্রেক্‌টিচ ( Banking Law & Practice ) বুলি এখন কিতাপ বহুত দিনৰ আগতে পঢ়িবলৈ দিছিল ; কিতাপখন যদিও বুজা টান তথাপি মই খুব কষ্টৰে তাৰ বহুত কথা হৃদয়ঙ্গম কৰি ললো। চোম চাহাব এদিন আমাৰ ক্লাছলৈ আহি মোক নানা বিষয়ে প্ৰশ্ন কৰিবলৈ ধৰিলেহি, কিন্তু তেখেত বিফল হ'ল। ময়ো ঘূৰাই তেখেতক কিছুমান কথা আমাক বুজাবলৈ ক'লো, যেনে বিল অৱ্‌ একচেঞ্জ, বিল অৱ লেডিং, ক্লিয়েৰিং হাউচ আৰু ওৱেৰ হাউচৰ বিষয়ে। তেখেতে কিছুমান আবোল-তাবোল বকি সকলোৰে হাঁহিয়াতৰ পাত্ৰ হ'ল।

সকলোৱে মোক এইবিলাকৰ বিষয়ে বৰ্ত্ত লিখি দিবলৈ কোৱাত মই লিখি দিলো। চোম চাহাবে মোক সুধিলে যে এই-বিলাক মই ক'ৰপৰা পালো ? মই কলো যে এইবিলাক অতি সাধাৰণ কথা ; প্ৰতি ব্যৱসায়ীয়ে এইবিলাক ভালকৈ জানে। সেই দিন ধৰি চোম চাহাব আৰু ক্লাছলৈ নাহিল, কিন্তু মোক আৰু বেছি বেয়া পোৱা হ'ল। মোৰ সহকৰ্ম্মীসকলে মোক জলকীয়া নাম দিলে আৰু মোক লৈ সদায় স্ফূৰ্ত্তি কৰে ; বিশেষকৈ স্বৰ্গীয় উপেন গোহাঁই, নলিনী বৰকাকতি আৰু ললিত দাসে। এই আটাইকেইজনেই মোক এৰি থৈ গ'ল।

প্ৰশিক্ষণ শেষ হোৱাৰ পিছত এটা পৰীক্ষা পাতিলে, কিন্তু পৰীক্ষাৰ খবৰটো মই নাপালো। পৰীক্ষা আধা ঘণ্টামান হৈ যোৱাৰ পিছত স্বৰ্গীয় উপেন গোহাঁয়ে শ্ৰীযুত বেজবৰুৱাক সুধিলে যে মই কিয় অহা নাই। শ্ৰীযুত বেজবৰুৱাই একো নাজানো বুলি কোৱাত তেখেতে এজন পিয়ন পঠাই মোক মাতি পঠালে। মই উজান বজাৰত মোৰ বাইৰ ঘৰত থাকো। পিয়নজনে মই শুই উঠাৰ লগে লগেই মোক খবৰ দিলেহি। মই যেনে আছিলো

তেনেভাৱেই চাইকেলত উঠি পৰীক্ষাৰ ঘৰ পালোগৈ আৰু পৰীক্ষাৰ বিষয়ে মই কোনো খবৰ পোৱা নাই বুলি কলো। বেজবৰুৱা ডাঙৰীয়াই কলে যে সকলোৱে খবৰ পাই পৰীক্ষাত বহিছেহি মই কিয় খবৰ পোৱা নাই তেখেতে নাজানে। তেতিয়া প্ৰায় এঘণ্টামান গ'ল। যাহওক ভাৱানক চিন্তিত পৰীক্ষাত বহিলো। দেৰি হোৱাৰ কাৰণে দুটামান প্ৰশ্নৰ বাদে সকলো প্ৰশ্নৰ উত্তৰ ভালকৈ দিব পাৰিলো, এই পৰীক্ষাৰ বহীবিলাক চোম চাহাবৰ জৰিয়তে ৰেজিষ্ট্ৰাৰ চাহাবলৈ পঠালে। চোম চাহাবে স্বৰ্গীয় উপেন গোহাঁই, ললিত দাস আৰু বৰকাকতিক সমবায় সমিতিবিলাকৰ সভাপতি ও সম্পাদকসকলক প্ৰশিক্ষণ দিবৰ কাৰণে ৰেজিষ্ট্ৰাৰলৈ লিখিলে। ৰেজিষ্ট্ৰাৰ চাহাবে নিজে প্ৰশ্ন কাকতবিলাক চাই তাত নম্বৰ দিলে। স্বৰ্গীয় উপেন গোহাঁই প্ৰথম, মই দ্বিতীয় আৰু ললিত দাস তৃতীয় হ'ল। ৺বৰকাকতিৰ বৰ অসুখ হোৱাত পৰীক্ষা দিব নোৱাৰিলে। চোম চাহাবৰ মনোনয়ন ৰেজিষ্ট্ৰাৰ চাহাবে নাকচ কৰি স্বৰ্গীয় উপেন গোহাঁই, মই আৰু স্বৰ্গীয় ললিত দাসক প্ৰশিক্ষণ দিবৰ কাৰণে মনোনীত কৰিলে। চোম চাহাবে বৰ লাজ পালে আৰু কিছুদিনৰ পিছত মোৰ নমলীয়া ভাইৰ বিয়াৰ কাৰণে তেখেতে মোক ছুটী নিদিলে।

এই প্ৰশিক্ষণ দি থাকোতেই মই ডিপাৰ্টমেণ্টেল পৰীক্ষাত ভালকৈ পাচ কৰিলো আৰু মোক কামত কনফাৰ্ম কৰিলে।

—০—

# দ্বিতীয় অধ্যায়

প্ৰায় এবছৰ দিন সমবায় সমিতিবিলাকক প্ৰশিক্ষণ দিয়াৰ পিছত মোক নগাঁও জিলাৰ সমবায় ইন্‌স্পেক্টৰ হিচাবে পঠালে। সেই সময়ত স্বৰ্গীয় ৰায় বাহাদুৰ ভদ্ৰেশ্বৰ বৰুৱা নগাঁও চেণ্ট্ৰেল বেংকৰ চেয়াৰমেন আছিল। তেখেতে মোক বৰ ভাল পাইছিল আৰু মই তেখেতৰ নিচেই কাষতে ঘৰ ভাৰা কৰি আছিলো। তেখেত বহুত বছৰ নগাঁও চেণ্ট্ৰেল বেংকৰ চেয়াৰমেন হিচাবে থকাত পৰৱৰ্তী সাধাৰণ সভাত তেখেতে অন্য এজনক বাচি ল'বলৈ প্ৰস্তাৱ দিলে আৰু স্বৰ্গীয় ডক্টৰ ললিত কুমাৰ বৰুৱাক চেণ্ট্ৰেল বেংকৰ চেয়াৰমেন কৰা হ'ল।

বৰুৱাৰ দিনত চেণ্ট্ৰেল বেংকত বহুত বেমেজালি ঘটিল। মই বেংকখনৰ হিচাপ পৰীক্ষা কৰিব লগা হ'ল। সেইসময়ত ডঃ বৰুৱা এজন ক্ষমতাপন্ন ব্যক্তি আছিল; তেওঁৰ প্ৰয়াত মুখ্য মন্ত্ৰী চাদুল্লা চাহাবৰ সোহাত আছিল বুলি মানুহে জানিছিল। ডঃ বৰুৱাই সমবায়ৰ কোনো আইন-কানুন নামানিছিল। গতিকে হিচাপত বহুত খেলি-মেলি ধৰা পেলাই ৰেজিষ্ট্ৰাৰ চাহাবলৈ এটা বিস্তৃত টোকা পঠালো। মিঃ হাদি হুছেইন, আই, চি, এছ, সেইসময়ত সমবায় বিভাগৰ ৰেজিষ্ট্ৰাৰ আছিল। তেখেতে মোৰ ৰিপৰ্টটো পাই নগাঁৱলৈ আহিল; আহিয়েই চেণ্ট্ৰেল বেংকখন পৰিদৰ্শন কৰিলেহি আৰু ৰিপ'ৰ্টত দিয়া কথাবিলাক সম্পূৰ্ণ শুদ্ধ বুলি পৰিগণিত হ'ল। তেখেতে ছিলঙলৈ ঘূৰি গৈ নগাঁও চেণ্ট্ৰেল বেংকৰ কাৰ্য্যকৰী সমিতিখন ভঙ্গ কৰি মোক চেণ্ট্ৰেল বেংকখনৰ মনোনীত সভাপতি পাতিলে।

চেণ্টেল বেংকৰ কামৰ ভাৰ লোৱাৰ কিছুদিনৰ পিছতে এজন চুপাৰভাইজাৰে মোক ক'লে যে ড° বৰুৱাই বেংকৰ নতুন টাইপ ৰাইটাৰটো লগত লৈ গ'ল আৰু তাৰ পৰিবৰ্ত্তে এটা পুৰণা টাইপ ৰাইটাৰ থৈ গ'ল। এইটো ভগা টাইপৰাইটাৰ ড° বৰুৱাই নগাঁও মিউনিচিপেলিটিৰপৰা অনা বুলি এটা গোপন খবৰ পাই মই মিউনিচিপেলিটি অফিচলৈ গৈ কথাটো সম্পূৰ্ণ সঁচা পালোগৈ। ড° বৰুৱাক এই বিষয়ে এখন চিঠি দি সোধাত তেখেতে চিঠি নিন্দা পিয়নজনক ধমকি দি ঘুৰাই পঠালে। এনেতে ৰেজিষ্ট্ৰাৰ চাহাব পুনৰ নগাঁও পালেহি। সেইদিনা নগাঁও আৰক্ষ ভৱনত অসমৰ মুখ্য সচিব দেশাই চাহাবও আছিল। মই ৰেজিষ্ট্ৰাৰ চাহাবক সকলো কথা ক'লো। ৰেজিষ্ট্ৰাৰ চাহাবে ড° বৰুৱা গভৰ্ণমেণ্টৰ মানুহ বুলি জানে, গতিকে কথাটো তেখেতে দেশাই চাহাবৰ লগত পৰামৰ্শ কৰিলে। ঠিক এনে সময়তে উপায়ুক্ত শ্ৰীসত্যদাস গোস্বামী চাহাবে সেইখিন পালেহি। তিনিও গোটেখাই বিষয়টো অলোচনা কৰিলে। গোস্বামী চাহাবে মোৰ কথা তেখেতসকলক ক'লে যে এওঁ এজন অতি চিধা বাটে খোজা কৰ্ম্মচাৰী, গতিকে এওঁক আমি সহায় কৰা উচিত। দেশাই চাহাবে ড° বৰুৱাক তুৰন্তে পুলিচত দিবলৈ উপদেশ দিলে আৰু মোক কলে যে এজন গেজেটেড্ অফিচাৰক লগত লৈ স্বকীয় নামত বৰুৱাক তেখেতে ধমকি দি ঘুৰাই দিয়া চিঠিখন দিব লাগে। সেইমতে কাম কৰা হ'ল। বৰুৱাই উপায় নাপাই উত্তৰ দিলে যে টাইপৰাইটাৰটো গুৱাহাটীৰ পল্টন্ বজাৰত মেৰামতি কৰিবলৈ দিয়া হৈছে। ৰেজিষ্ট্ৰাৰ চাহাবক বৰুৱাই দিয়া চিঠিখন দেখুৱালো; তেখেতে ক'লে যে ছিলঙৰপৰা তেওঁলৈ এই বিষয়ে লিখিবগৈ।

পিছদিনা চলপৰাতে হুছেইন চাহাব গুৱাহাটীলৈ ৰাওনা কৰিলে আৰু পাণ বজাৰত থকা ড° বৰুৱাৰ ভায়েক স্বৰ্গীয় বিৰিঞ্চি কুমাৰ বৰুৱাৰ ঘৰত টাইপৰাইটাৰটো পাই তাতে জব্দ কৰিলেগৈ। ছিলং পাইয়ে তেখেতে ড° ললিত বৰুৱাক প্ৰচিকিউত কৰিবলৈ আদেশ দিলে।

ইতিমধ্যে ড° বৰুৱাৰ প্ৰিয় বান্ধৱী মিঃ মৈভিচ্ ডন সমবায় বিভাগৰ মন্ত্ৰী নগাঁও পালেহি। তেখেতে মোক মতাই আনি সকলো কথাৰ বুজ ললে আৰু মোক ক'লে যে, "তুমি তোমাৰ কামত নিৰ্ভীকভাৱে আগবাঢ়ি যোৱা; ডক্তৰ বৰুৱাৰ এনে গাঁহিত কামৰ মোৰ কোনো সহানুভূতি নাই।"

তেখেত ছিলং ঘূৰি পোৱাৰ পিছতে গোস্বামী চাহাবক বদলি কৰি মেহতা চাহাবক নগাঁৱৰ উপায়ুক্ত কৰি পঠালে। গোস্বামী চাহাব বদলি হোৱাৰ খবৰ মই তেখেতক মাত লগাবলৈ গ'লো। তেখেতে মোক বৰ ভাল পাইছিল, গতিকে ক'লে যে মই হাবিয়ে-বননিয়ে ঘূৰি ফুৰিব লাগে, গতিকে যাবৰ সময়ত মোক এটা বন্দুক দিবলৈ বিচাৰিলে। মোৰো এটা বন্দুক লবৰ মন আছিল, গতিকে মই বৰ ভাল পালো আৰু তেখেতক ধন্যবাদ জনালো। সেইদিনা মোৰ আই যোৰহাটৰপৰা গৈ মোৰ লগত আছিল। জিলাৰ বৰ-চাহাবে মোক এটা বন্দুক দিয়া বুলি জনালো। ইতিমধ্যে মোৰ নামত এখন বন্দুকৰ লাইচেন্স উপায়ুক্তৰ অফিচত কৰিয়েই পেলালে আৰু এজন পিয়নক দি মোৰ ঘৰলৈ পঠাই দিলে। আয়ে মোক ক'লে "হেৰ' বোপাই, বন্দুক-চন্দুক এইবিলাক অস্ত্ৰ লৈ ফুৰিলে তই বহুত জীৱ বধ কৰিব লাগিব; গতিকে বন্দুকটো ওলোটাই দে।" সেইদিন পৰ্য্যন্ত মই কোনো বন্দুক হাতেৰে চুই পোৱা নাছিলো। আইয়ে বাধা দিয়াত বন্দুকটো নোলোৱাই ঠিক কৰিলো

আৰু চাহাবক এই বিষয়ে ক'লোঁগৈ। চাহাবে এই কথা শুনি অতি বং পালে আৰু ক'লে, "তুমি যে ইমান মাতৃভক্ত মই এই কথা জানি মই তোমাক ভাল পালো আৰু ঈশ্বৰে তোমাক দীৰ্ঘজীৱি কৰক"— বুলি আশীৰ্ব্বাদ কৰিলে। আইয়ে বন্দুকটো ঘূৰাই দিলো বুলি কোৱাত বৰ সন্তোষ পালে।

যথা সময়ত মেহতা চাহাবে নগাঁৱৰ উপায়ুক্তৰ ভাৰ ললেহি। তেখেত অহা গম পাই মই তেখেতক দেখা কৰিবলৈ গ'লো। তেখেতে দুৰৈৰপৰা মোক দেখিয়েই বৰ বং পালে আৰু হাত বাউল দি মোক মাতিলে। তেখেত বৰ ৰধকী আৰু অতি মেধাবি মানুহ আছিল। মোক বহুৱাই নানা আলাপ কৰাৰ পিছাতে তেখেত থকা বঙলাটোৰ আচবাববিলাক মোক দেখুৱালে। তেখেতে মাজে সময়ে তেখেতক দেখা কৰিবলৈ মোক উপদেশ দি পঠালে।

ইয়াৰ দুদিনমানৰ পিছতে হাদি হুছেইন চাহাবৰপৰা এখন চিঠি পালো। তাত লিখিছে যে ড° ললিতকুমাৰ বৰুৱাৰ ওপৰত কৰা ফৌজদাৰী গোচৰটো চলাবৰ কাৰণে জিলা উপায়ুক্তৰ পৰামৰ্শ ল'ব লাগে। চিঠিখনলৈ মেহতা চাহাবৰ ওচৰলৈ গ'লো। তেখেতে চিঠিখন পঢ়ি চাই ক'লে যে "এনে মোকৰ্দ্দমাত মই কোনো সহায় কৰিব নোৱাৰিম, যিহেতু মই নিজেই এই মোকৰ্দ্দমাৰ বিচাৰ কৰিব লগা হ'ব পাৰে।" তেখেতৰ কথাখিনি হাদি হুছেইন চাহাবলৈ লিখি পঠালো। অলপ দিনৰ পিছতে উত্তৰ আহিল যে যিহেতু জিলাৰ উপায়ুক্তই এই বিষয়ে কোনো সহায় কৰিব নোৱাৰে সেই কাৰণে মোকৰ্দ্দমাটো উঠাই ল'বলৈ মোক আদেশ দিলে।

— o —

# তৃতীয় অধ্যায়

মোকৰ্দ্দমা উঠাই লোৱাৰ কিছুদিনৰ পিছত হাদি হুচেইন চাহাবে নগাঁৱলৈ আহিছিল। সেই সময়ত দ্বিতীয় মহাসমৰ চলি আছিল। বস্ত্ৰ-বস্তুৰ দাম দিনে দিনে বাঢ়ি আহিল। হুচেইন চাহাবে মোক সুধিলে যে মই ইমান কম দৰ্মহাৰে ইয়াত কেনেকৈ চলিম? গতিকে মোৰ নিজৰ ঘৰলৈ বদলি কৰি দিলে কেনে হয়? মই বৰ ৰং পালো আৰু কলো যে এনে কৰিলে মোৰ বৰ উপকাৰ হ'ব। তেখেতে মোক ক'লে যে "মোৰ বদলিৰ হুকুমলৈ অপেক্ষা কৰিব নালাগে তুমি দুই এদিনৰ ভিতৰতে যোৰহাটলৈ ৰাওনা কৰিব পাৰা। হুকুম পিছেপৰে আহিব।" ডঃ বৰুৱাই মোকৰ্দ্দমা উঠাই লোৱাৰ পিছত মোৰ ওপৰত প্ৰতিশোধ ল'ব বুলি ভাবিয়েই ৰেজিষ্ট্ৰাৰ চাহাবে মোৰ এই ব্যৱস্থা কৰিছে বুলি মোৰ ধাৰণা হ'ল।

যোৰহাটত কামৰ ভাৰ লৈয়েই উঠি যোৱা সমবায় সমিতিবিলাকৰ দেনা-পাওনাৰ কাম হাতত ল'ব লগা হ'ল।

চেণ্ট্ৰেল বেংকৰ অনাদায় টকাবিলাক বাকী থকাই মোকৰ্দ্দমাত কোনোৱে চলা ধৰুৱাবিলাকৰ ধাৰত মাৰি কেইবাহাজাৰ বিঘা মাটি মোৰ আগৰজন লিকুইডেটৰে লৈ থৈ গৈছিল। এই মাটিবিলাক ধৰুৱা সমজুৱাৰ নিজা দখলত থকাৰ বাবে আন কাকো বিক্ৰী কৰিব পৰা নহৈছিল। মই এনে ধৰুৱাসকলক মাতি আনি তেওঁলোকৰ অৱস্থা অনুযায়ী মাহেকীয়া কিস্তিত ধাৰ পৰিশোধ কৰিবৰ কাৰণে বন্দোবস্ত কৰিলো।

সৰহ সংখ্যক ধৰুৱাই ৰজাপৰা কৰি ললে। কিছুমান অতি দুৰাৱস্থাৰ ধৰুৱাক মাহিলি মাত্ৰ আঠঅনা পৰ্য্যন্ত কিস্তিত ধাৰ পৰিশোধ কৰিবলৈ দিয়া হ'ল। এনে কৰাত চেণ্ট্ৰেল বেংকলৈ বহুত টকা আহিল আৰু ধৰুৱাসকলেও নিজা মাটি ঘূৰাই পালে। চেণ্ট্ৰেল বেংকে এই টকাৰে প্ৰথমে বিধবা ও নাবালকসকলৰ জমা টকা ঘূৰাই দিব পাৰিলে। আজিকালিৰ দৰে সমবায় কেন্দ্ৰীয় বেংক-বিলাকে চৰকাৰৰপৰা কোনো ঋণ বা অনুদান পোৱা নাছিল। কেৱল ৰাইজে জমা থোৱা টকাৰেই খেতিয়কক প্ৰাথমিক সমবায়ৰ জৰিয়তে ঋণ দিয়াৰ ব্যৱস্থা চলিছিল। অৱশ্যে প্ৰাথমিক সমবায়বিলাকে সমজুৱাৰ ধাৰৰ টকা আদায় কৰিবলৈ চৰকাৰে বহুত সুবিধা দিছিল। সেই সময়ত কোনো ৰাষ্ট্ৰীয়কৃত বেংক নাছিল কাৰণে বহুতে এই চেণ্টেল বেংক আৰু টাউন বেংকত টকা জমা ৰাখিছিল আৰু জমা টকাৰ ওপৰত ডাকঘৰৰ চাৰিগুণ সুত পাইছিল। চেণ্ট্ৰেল বেংকে এই জমা টকাবিলাক অসীম দায়িত্বসম্পন্ন প্ৰাথমিক সমবায়ৰ জৰিয়তে খেতিয়ক সমজুৱাসকলক ধাৰে দিয়ে। ইয়াক ইংৰাজীত আনলিমিটেড লায়েবিলিটি ক-অপাৰেটিভ চছাইটি বোলে; মানে ধৰুৱা সমজুৱাৰ পৰা টকা আদায় নহ'লে চছাইটিখন উঠি যোৱাৰ পিছত নিধৰুৱা সমজুৱাৰ ওপৰত বাকীজাই জৰিয়তে লিকুইডেটৰৰ নিৰ্দ্দেশ-মতে টকা আদায় কৰি চেণ্ট্ৰেল বেংকৰ ধাৰ মাৰে। এইটো নিয়মত বহুতে নিমাখিত সমজুৱা হওঁ' সভাপতি-সম্পাদকৰ হাতত বলি হোৱাৰ কাৰণে কংগ্ৰেছ চৰকাৰে এই নিয়ম উঠাই দিয়ে। এই অসীম দায়িত্বসম্পন্ন সমবায় সমিতিৰ কেইজনমান লোকক তেখেতসকল পঢ়া অৱস্থাতে সমিতিৰ সমজুৱা হৈ থকা লৈ ঋণ পৰিশোধ কৰাৰ বহুত বছৰৰ পিছত তেওঁলোকৰ ওপৰত লিকুইডেটৰে গাইপতি মোটৰ টকাকৈ লিকুইডেটৰক দিবলৈ আদেশ দিলে। ইতিমধ্যে তেখেতসকল নামজাদা

দেশৰ নেতা হৈ কংগ্ৰেছ চৰকাৰৰ হৰ্ত্তাকৰ্ত্তা হ'ল, আৰু এজন লিকুইডেটৰৰ এনে আদেশত অপমানিত হৈ থকাও একো নাই হয়। এইবিলাক কাৰণতে অসীম দায়িত্বসম্পন্ন সমবায় সমিতিবিলাক উঠাই দি সমবায় বিভাগে এখন নতুন আইন কৰি কেৱল সীমাবদ্ধ (লিমিটেড লায়েবিলিটি) সমবায় সমিতি গঠন কৰিবলৈ হাতত লয়।

সমবায় সমিতিবিলাক সমজুৱাবিলাকে ধাৰৰ টকা আদায় নকৰাত উঠাই দিবলগা হয়। যোৰহাট টাউন বেংকৰপৰা ধাৰে লোৱা সমজুৱাসকল শিক্ষিত আৰু অবস্থাপন্ন মানুহ আছিল। বেছিভাগেই উকীল নাইবা নামজাদা ব্যৱসায়ী। এই সংক্ৰান্তত এজন নামজাদা উকীলে এটা মন্তব্য কৰা ঘটনাটো চমুকৈ লিখিলো। ঘটনাটো হ'ল, ৰেজিষ্ট্ৰাৰ হাদি হুছেইন চাহাব মই যোৰহাটত কামৰ ভাৰ লোৱাৰ পিছতে যোৰহাটলৈ আহে। তেখেতে মোক লগত লৈ যোৰহাট উকীলখানালৈ আহি উকীলসকলৰ লগত চা-চিনাকি হয়হি। নানা কথোপকথনৰ মাজত এজন প্ৰখ্যাত উকীলে মন্তব্য কৰিলে যে সমবায় বিভাগৰ কৰ্ম্মচাৰীবিলাক অকৰ্ম্মণ্য কাৰণে সমবায় আন্দোলনটোৱে গা কৰিব পৰা নাই। তেখেতৰ এনে বিৰূপ মন্তব্য শুনি মই ক'বলৈ বাধ্য হ'লো যে যোৰহাট টাউন বেংকৰপৰা তেখেতে ১৯১৩ চনতে ১০০০ (এহেজাৰ) টকা ধাৰে নি আজি ১৯৪১ চন পৰ্য্যন্ত এক পইচাও আদায় কৰা নাই, গতিকে কাৰ দোষত সমবায় আন্দোলনে গা কৰিব পৰা নাই তাক বাইজে বিচাৰ কৰিব। ৰেজিষ্ট্ৰাৰ চাহাবে মোক আৰু ক'বলৈ বন্ধ কৰি বহিবলৈ ক'লে।

যোৰহাট টাউন বেংকৰ বেছিভাগ ধৰুৱাই উকীল আৰু তেখেত-সকলৰ নামতেই বেছিভাগ ধাৰ অনাদায় হৈ আছিল; কিয়নো তেখেতসকলে বেচ জানিছিল যে তেওঁলোকৰ ধাৰবিলাক তিনি বছৰতো

অধিক অনাদায় হৈ থকাত ( Time barred ) আইনমতে আদায় কৰিব নোৱাৰি ; গতিকে এক পইচাও ধাৰ পৰিশোধ নকৰাকৈযে অনেক বছৰ বহি আছে। ইকালে যিবিলাক মানুহৰ জমা টকাৰে তেখেতসকলক ধাৰ দিয়া হৈছিল সেইসকলে নিজৰ কপালক দোষ দি টকাখিনি মৰা পৰিল বুলি ধৰি ল'লে। যোৰহাট টাউন বেঙ্কখন মই লৈ পোৱাৰ কে বাবছৰৰ আগতে উঠাই দিয়া হৈছিল আৰু মোৰ আগৰ লিকুইডেটৰসকলে এই টকাবিলাক টাইম বাৰদ হোৱাত আদায় কৰিব পৰা নাছিল। মইো বৰ নিৰুপায় পৰিলো। কিন্তু অন্য অন্য ঠাইত যেনে পঞ্জাব, মহাৰাষ্ট্ৰ, মাদ্ৰাজ আদি ঠাইত এনে ধাৰ কেনেকৈ আদায় কৰে সেই বিষয়ে যোৰহাট উকীলখানাৰ লাইব্ৰেৰীত কলিকতাৰপৰা ওলোৱা সাপ্তাহিক ৰিপ'ৰ্টবিলাক চাব'লৈ লাগিলো। উচ্চ ন্যায়ালয়ে সমবায়ৰ টকা আদায়ৰ সম্পৰ্কে দিয়া মত আৰু সমবায়ৰ বিষয়ে প্ৰণয়াত আইনজ্ঞসকলে লিখা কিতাপ-বিলাক অধ্যয়ন কৰি পালোঁগৈ যে লিকুইডেটৰে খিলাপি থোৱা স্বত্বেও উঠি যোৱা সমিতিবিলাকৰ ধন-সম্পত্তি আদায় কৰিবলৈ বাকীজাই মোকদ্দমা চলাব পাৰে। ইয়াৰ নাহিৰেও যিবিলাক ধকৰাই সম্পত্তি হস্তান্তৰ কৰি বহি আছে তেওঁবিলাকক দেৱানী ফাটেকত ভৰাই থ'ব পাৰি। সাতে-সোতৰে এই সবলোবিলাক কথা সাৰোগত কৰি টাউন বেঙ্কৰ ধকৰাসকললৈ বাকীজাই আদালতৰ জৰিয়তে তৎক্ষণাৎ টকা আদায় কৰিবলৈ আদেশ জাৰি কৰালো আৰু যিবিলাকৰ নামত কোনো সম্পত্তি নাই তেওঁলোকক দেৱানী আদালতত ( Civil Prison ) দিয়া হ'ব। এই নটিশ পাই উকীলসকলে জিলাৰ উপায়ুক্তৰ ওচৰত দৰ্খাস্ত দিলে যে তেওঁলোকৰ ধাৰৰ টকাৰ কোঁতিয়াবাই পৰিশোধৰ ম্যাদ পাব হৈ গ'ল, গতিকে লিকুইডেটৰক গোচৰ-বিলাক উঠাই ল'বৰ কাৰণে আদেশ দিব লাগে। সেই সময়ত হায়েৰো

বৃলি এজন আই. চি. এচ. ডেপুটি কমিশ্যনাৰ যোৰহাটত আছিল। তেখেতে মোক আদালতলৈ মতাই নি ধমক দি সুধিলে যে, "কি কাৰণত কেতিয়াবাই টাইম বাৰদ ( Time barred ) হোৱা মোকৰ্দ্দমাবিলাক তুমি কোন আইনত আদায় কৰিবলৈ লৈছা কৈফিয়ৎ দিব লাগে।" মই তেখেতক কলো যে লিকুইডেটৰ হিচাবে টাইম বাৰদ হলেও মই টকা আদায় কৰিব পাৰো। এই বিষয়ে লিখা কিতাপ আৰু উচ্চ ন্যায়ালয়বিলাকৰ ৰায় তেখেতক দেখুৱালো। এইবিলাক চাই-চিতি তেখেতে চাৰ্টিফিকেট ( Certificate) অফিচাৰক মাতি আনি কথাবিলাক ভালকৈ চাই-চিতি টকা-বিলাক আদায় কৰিবলৈ হুকুম দিলে। চাৰ্টিফিকেট অফিচাৰে মোক পূৰা সমৰ্থন কৰিলে আৰু উকীলসকলক মোৰ লগত আলোচনা কৰি নিজ নিজ ধাৰ পৰিশোধ কৰিবলৈ ক'লে। এনে অৱস্থাত সকলো ধৰুৱা মোৰ ওচৰলৈ আহি মাহিলি কিস্তিত টকা আদায় কৰিবলৈ বন্দোবস্ত কৰিলে। কেইজনমানে সম্পূৰ্ণ টকা এবাৰতে আদায় কৰিলে। এইদৰেই যোৰহাট টাউন বেংকৰ মৰা পৰা টকা আদায় কৰি জমা থোৱা সকলুৰাক দিব পৰা হ'ল।

— ০ —

# চতুৰ্থ অধ্যায়

১৯৪২ চনত কহিমাত জাপানে বোমা পেলোৱাৰ পিছত চৰকাৰে নগাবিলাকৰ মাজত এখন ট্ৰেডিং ক'অপাৰেটিভ খুলিবৰ কাৰণে মোক পঠায়।

কহিমাৰ ঘৰ-দুৱাৰবিলাক জাপানী সৈন্যৰ গুলিত সহস্ৰ জলাত পৰিণত হয়। স্বৰ্গীয় সিদ্ধেশ্বৰ কটকী তাতে পুলিচৰ ইনস্পেক্টৰ হৈ আছিল, কিন্তু তেখেত মফচলত থোৱাত তেখেতৰ ঘৰটোতে ৰাতিটো কটাই পিছদিনা নগাসকলক খবৰ দি মতাই আনি এখন সমবায় সমিতি পতা হ'ল।

কোৱা বাহুল্য যে নগাসকলে চিক্ৰেট বেলট বাকচত নিজ নিজ ভোট দান কৰি কমিটি গঠন কৰি ললে। গাইপতি ৩/৪ হাজাৰকৈ ১000 টকীয়া নোটেৰে টেবুল ভৰাই দিলে। স্বৰ্গীয় ফিজু, কবিচোচা আঙ্গামীয়ে সেই মিতিঙত পুৰোদমে যোগ দিছিল।

১৯৫৩ চনত পুনাত (পুনে) প্ৰশিক্ষণ লওঁতে ভাৰতবৰ্ষৰ ভিতৰত নাগাহিল ট্ৰেডিং ক'অপাৰেটিভ এখন নামজাদা ক'অপাৰেটিভ বুলি লিপিবদ্ধ হোৱা দেখি নিজকে গৌৰৱান্বিত বোধ কৰিলো।

১৯৪২ চনত দ্বিতীয় মহাসমৰ চলি থকাত বস্তু-বাহানিৰ দাম বাঢ়িবলৈ ধৰিলে। পুঁজিপতিসকলে বস্তুবিলাক লুকুৱাই থৈ অতিৰিক্ত দামত বিক্ৰী কৰি লাভবান হ'বলৈ ধৰিলে। এনে পৰিস্থিতি হোৱাত চৰকাৰে অত্যাৱশ্যকীয় বস্তুবিলাকৰ দাম নিয়ন্ত্ৰণ কৰিবলৈ বাধ্য হ'ল আৰু গ্ৰাহক সমবায় গঠন কৰি অতি আৱশ্যকীয়

বস্তুবিলাক বিতৰণৰ ব্যৱস্থা কৰিবলৈ আচঁনি প্ৰস্তুত কৰিলোঁ। যোৰহাটত গ্ৰাহক সমবায় গঠন কৰিবৰ কাৰণে মোলৈ আবেদন আহিল। সেইমতে যোৰহাট নগৰৰ গণ্য-মান্য মানুহকেইজনমান লৈ এখন গ্ৰাহক সমবায় গঠন কৰা হ'ল। স্বৰ্গীয় সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁই, পিছত কেন্দ্ৰীয় উপমন্ত্ৰী, স্বৰ্গীয় ৰামনাথ দাস, পিছত অসম চৰকাৰৰ যোগান মন্ত্ৰী হয় আৰু শ্ৰীৰামেশ্বৰ শৰ্মা উকীল এই সমবায় গঠনত বিশেষ সহায়ক হয়।

সমিতিখন গঠন হোৱাৰ ভালে দিনৰ পিছলৈকে যোগান বিভাগে কোনো কণ্ট্ৰল বস্তু নিদিয়াত মই স্বৰ্গীয় ত্ৰৈলোক্য ভূঞা, যোগান বিভাগৰ মুৰব্বীৰ ওচৰত নালিশ কৰিলোঁগৈ (তেখেত আচলতে এজন ই, এ, চি; যোগান বিভাগো তেখেতে চলাব লাগিছিল)। তেখেতে ক'লে যে যোৰহাটৰ গ্ৰাহক সমবায়ক তেখেতে নিয়মমতে সকলো কণ্ট্ৰল বস্তুৰ যোগান ধৰি আছে। মই ক'লো যোৰহাটত মই গঠন কৰাৰ বাহিৰে অন্য কোনো সমবায় সমিতি নাই। কোন মানুহে এনে কাম কৰিছে সোধাত তেখেতে স্বৰ্গীয় নীলমণি ফুকন ডাঙৰীয়াৰ কথা ক'লে যে তেখেতে এখন গ্ৰাহক সমবায় খুলি তাৰ সভাপতি হিচাবে বস্তু নি আছে। এই খবৰ পায়ে মই ফুকন ডাঙৰীয়ালৈ এখন নটিচ জাৰি কৰিলোঁ যে তেখেতে সমবায় বিভাগৰ অজ্ঞাতে কেইজনমান বেপাৰী গোটাই এখন সমবায় খুলি যোগান বিভাগৰপৰা বস্তু নিয়াৰ কাৰণে তেখেতক কিয় পুলিচত সোপৰ্দ্দ কৰা নহ'ব তাৰ কৈফিয়ৎ বিচৰা হ'ল। নটিচ পায়ে ফুকন ডাঙৰীয়া মহা-ক্ৰোধে মোৰ অফিচলৈ আহি মোৰ ওপৰত দপদপাই উঠিলেহি। মই তেখেতক বিনম্ৰভাৱে ক'লো যে তেখেতে সাতদিনৰ ভিতৰত মোৰ নটিচৰ জবাব দিব লাগে আৰু মই তেখেতক মোৰ

আৰিচত কোনো খাক-বিতণ্ডা নকৰিবলৈ অনুৰোধ কৰিলো। কোৱা বাহুল্য যে প্ৰয়াত নীলমণি ফুকন যুদ্ধত ইংৰাজক সহায় কৰিবলৈ সাদুল্লা চাহাবৰ লগত নেশনেল বাৰ ফ্ৰণ্টৰ সভ্য আছিল ; কিন্তু ১৯৪২ চনৰ আন্দোলনত তেখেতে গান্ধী টুপী পিন্ধি কংগ্ৰেছত সোমায়। ফুকন ডাঙৰীয়াই উপায় ন্যপাই মোক ভাল ভাল কথা কৈ অনুৰোধ কৰিলে যে তেখেতে গঠন কৰা সমবায়খন আইনমতে গঠন কৰি দিব লাগে। মই তেখেতক কলো যে ৰেজিষ্ট্ৰাৰ চাহাবৰ হুকুম হ'লেহে মই এনে কাম কৰিব পাৰিম।

কিছুদিনৰ পিছত ৰেজিষ্ট্ৰাৰ হৈছেইন চাহাব পুনৰ যোৰহাটলৈ আহিল। মই তেখেতক লগ ধৰি ফুকনৰ বিষয়ে সকলো কথা কোৱাত তেখেতৰ সমিতিখন ৰেজিষ্টাৰ কৰি দিবলৈ কলে। কথা নিয়মত সমিতিখন ৰেজিষ্টাৰ কৰা হ'ল। প্ৰয়াত ফুকন ডাঙৰীয়া সভাপতি আৰু মহম্মদ চালেহ বুলি এজন সম্পাদক হ'ল। কিছুদিনৰ পিছত হিচাপ পৰীক্ষকে মহম্মদ চালেহে বহুত টকা আত্মসাৎ কৰাৰ প্ৰমাণ কৰিলে আৰু তেওঁক পুলিচত সোপৰ্দ কৰা হ'ল।

—০—

# পঞ্চম অধ্যায়

কাপোৰ সূতাৰ দাম নিৰন্তৰ লগে লগে চৰকাৰে প্ৰতি জিলাতে একোজন টেক্সটাইল চুপাৰিণ্টেণ্ডেণ্ট ল'বৰ কাৰণে দৰ্খাস্ত বিচাৰিলে। ময়ো এখন দৰ্খাস্ত দিলো। যথা সময়ত যোৰহাট আবৰ্ত্ত ভৱনত অসম পাব্লিক চাৰ্ভিচ কমিশ্যনে প্ৰাৰ্থী-সকলক বাচি ল'বৰ কাৰণে সময় ঠিক কৰি সকলো প্ৰাৰ্থীকে মাতিলে। স্বৰ্গীয় হেৰেম্ব প্ৰসাদ বৰুৱা সেই সময়ত অসম পাব্লিক চাৰ্ভিচ কমিশ্যনৰ সভাপতি আছিল। যথা সময়ত তেখেতে প্ৰাৰ্থীসকলক এজন এজনকৈ মাতি পৰীক্ষা কৰিলে। তেখেতে মোক অনেক ধৰণৰ প্ৰশ্ন কৰিলে, তাক সকলো প্ৰশ্নৰে মোৰ-পৰা তেখেতৰ মনোমত উত্তৰ পোৱাত ৩০ সমৰ ভিতৰতে মই প্ৰথম স্থান লাভ কৰো আৰু কিছুদিনৰ পিছত চৰকাৰে মোক উক্ত পদত নিয়োগ কৰি তেজপুৰত কাম কৰিবলৈ দিয়ে।

তেজপুৰত এবছৰমান কাম কৰিলো। কাপোৰ সূতাৰ বেচন কাৰ্ড তৈয়াৰ কৰি গ্ৰাহক সমবায় সমিতিবিলাকৰ জৰিয়তে বিতৰণৰ ব্যৱস্থা কৰিলো আৰু য'ত সমবায় সমিতি নাই সেই-বিলাক ঠাইত সুলভ মূল্যৰ দোকানবিলাকৰ জৰিয়তে গ্ৰাহকক কাপোৰ সূতা বিতৰণ কৰা হয়।

ইতিমধ্যে জিলাৰ উপায়ুক্ত এজন ই. এ. চি, ৰ হতুৱাই তেজপুৰৰ সকলো পাইকাৰী দোকানত ইনস্পেক্টৰ দিয়া ধনৰ মূল্য চাই সেই অনুপাতে কোনে কিমান কাপোৰ সূতা পাব তাক ধাৰ্য্য কৰি মোৰ হাতত এখন তালিকা দিলে।

সেই অনুপাতে মই সকলো ধৰণৰ কাপোৰ সূতাৰ শতকৰা হিচাপে সকলো পাইকাৰী দোকানীক এখন লিষ্ট কৰি দিয়া হ'ল। এই লিষ্টমতে খুচুৰা দোকানীবিলাকে কাপোৰ সূতা পোৱাৰ দিহা কৰিবলৈ মোৰ তলৰ কৰ্ম্মচাৰীসকলক দায়িত্ব দিয়া হ'ল।

জি, এছ, গুহ মই কামত যোগ দিবৰ সময়ত তেজপুৰৰ উপায়ুক্ত আছিল। অলপ দিনৰ পিছতে তেখেত বদলি হয় আৰু তেখেতৰ ঠাইত এচ. এন, মৈত্ৰ, আই চি, এচ. আহে।

মোৰ বন্ধু স্বৰ্গীয় সত্যেন বৰকটকী মই তেজপুৰলৈ অহাৰ অলপ দিনৰ পিছতে তেজপুৰত চিনিয়ৰ ই, এ, চি, হিচাবে কামৰ ভাৰ লয়হি। শ্ৰীমোহিনী নাথ ফুকন মোৰ মামাত্ত ভাই তাতে ই, এ, চি, হৈ আছিল। ইয়াৰ বাহিৰেও মোৰ বাল্যবন্ধু স্বৰ্গীয় হেম দত্ত, স্বৰ্গীয় প্ৰদীপ হাজৰিকা আৰু স্বৰ্গীয় মাধৱ ভট্টাচাৰ্য্য ডি, এফ, অ' ( সৰুৱেপৰা মোৰ ককাইৰ দৰে জ্ঞান কৰা ) তেজপুৰত আছিল। দত্ত যোগান বিভাগৰ চুপাৰিণ্টেনডেণ্ট আৰু হাজৰিকা ৰেছনিঙৰ চুপাৰিণ্টেনডেণ্ট। সেই সময়ত চৰকাৰে দুখীয়া মানুহক দিবৰ কাৰণে সস্তীয়া ধুতি, মাৰ্কিন আৰু শাৰী আনিছিল, ইয়াক ষ্টেনডাৰ্ড ক্লথ বুলিছিল। এই সস্তীয়া কাপোৰৰ বিতৰণৰ ভাৰ যোগান বিভাগৰ হাতত আছিল।

গধূলি বেলিকা আমি সকলো স্বৰ্গীয় সত্যেন বৰকটকীৰ ঘৰত গোট খাই নানা কথা আলোচনা কৰি সময় কটাওঁ। সকলোৱে সত্যেনক বৰ ভাল পাইছিল।

এইদৰে দিন কটাই থাকোতে এদিন হঠাতে অতিৰিক্ত উপায়ুক্ত ( Additional D. C. ) মাৰ্চ্চজা আলিৱপৰা মোলৈ

এটা আদেশ আছিল যে যিহেতু মই কাপোৰ সূতাৰ চুপাৰিণ্টেণ্ডেণ্ট, সেইবাবে ষ্টেনডাৰ্ড কাপোৰ বিতৰণৰ ভাৰ যোগান বিভাগৰপৰা মোৰ হাতত দিয়া হ'ল। হঠাতে এনে এটা আদেশ পোৱাৰ কাৰণে মই আচৰিত হ'লো আৰু উপায়ুক্ত মৈত্ৰৰ ওচৰলৈ গৈ কলো যে মই কাপোৰ সূতাৰ ৰেচন কাৰ্ড তৈয়াৰ কৰাত ব্যস্ত হৈ থকাৰ সময়ত হঠাতে এনে এটা গধুৰ ভাৰ চম্ভলা টান হ'ব। তেখেতে মোক এই দায়িত্ব ল'বলৈ ক'লে আৰু এই কামত যিমান পাৰে সিমান তেখেতে মোক সহায় কৰিব। কোৱা বাহুল্য যে উপায়ুক্ত মৈত্ৰ চাহাবে মাজে সময়ে সত্যেনৰ ঘৰত আমাৰ লগত যোগ দিয়ে। সত্যেনে ধেমালিতে মোক কয় "হেৰৌ বেপাৰীয়ে যি কয় তই তাৰ ওলোটাটো কৰিবি, তেহে ইহঁতে ক'লা বজাৰ পাতিবলৈ সুবিধা নাপায়।" তেজপুৰত ক'লা বজাৰ প্ৰায়ে বন্ধ হ'ল। মোৰ কাম দুগুণে বাঢ়িল, যিহেতু ষ্টেনডাৰ্ড ক্লথৰ ভাৰো মোৰ হাতত পৰিল। দত্তই মোক ষ্টেনডাৰ্ড ক্লথৰ চাৰ্জ ল'বৰ কাৰণে চাৰ্জ ৰিপ'ৰ্ট লিখি আনি মোক চহী কৰিবলৈ দিলেহি। মই ক'লো যে গুদামত কিমান কাপোৰ আছে তাক গণি নোচোৱাকৈ মই চাৰ্জ ল'ব নোৱাৰো। এনে কৰাত দত্ত বৰ বিপাঙত পৰিল, কিয়নো তেওঁ জানিছিল যে গুদামত কাপোৰ বহুত কম আছে। এনে বিপদৰপৰা নিস্কৃতি পাবৰ কাৰণে তেখেতে গুদাম ৰখীয়াজনক ছুটী লোৱালে। ইন্সপেক্টৰজনক বহুত দূৰত্ কাম কৰিবলৈ পঠাই দিলে। ইতিমধ্যে এডিচনেল উপায়ুক্তই চাৰ্জ ল'বৰ কাৰণে মোক খুউব তাগাদা কৰিবলৈ ধৰিলে। কোৱা বাহুল্য যে নগাৱৰ বেলেগ বেলেগ ঠাইত ১৪ টা গুদাম আছিল। এই ১৪ টা গুদামৰ

কাপোৰ লেখ কৰি বহীৰ লগত মিলাই হিচাপ উলিওৱাটো সাধাৰণ কথা নহয়। যাহওক এই কাপোৰৰ গুদামবিলাকত মই মোৰ নিজৰ তলা লগাই মোৰ চিল-মোহৰ মাৰি কোনেও খুলিব নোৱৰা কৰি পেলালো। তেজপুৰৰ সবাতোকৈ ডাঙৰ দোকানখনক (মাংসিং মেঘৰাজ) অনুৰোধ কৰিলো— মোক কেইজনমান কাপোৰ গণ্তি কৰা মানুহ দিবৰ কাৰণে। বিনা বাক্যে মোক দহজনমান মানুহ দি সহায় কৰিলে। ভগবানে মোক এই বুদ্ধি দিয়াত মই নিষ্কৃতি পালো। ইতিমধ্যে উপায়ুক্তই তেখেতৰ গাড়ীখন পঠোৱাই গুদাম ৰখীয়াজনক ধৰাই আনি ডাক্তৰক দেখুৱাই তেনে অসুখ নাই বুলি কোৱাত কাপোৰ গণ্তি কৰিবলৈ হুকুম দিলে। সেইমতে অতি ক্ষিপ্ৰ গতিত কাপোৰ গণ্তি কৰা হ'ল। ষ্টক বহীৰ লগত মিলাই চাই দেখা গ'ল যে প্ৰায় দেৰ লাখ মান টকাৰ কাপোৰ কম ওলাল। এডিছনেল ডেপুটি কমিশ্যনাৰ মাৰ্ত্তুজা আলিক উপায়ুক্তই ইমান কাপোৰ কিয় কম হ'ল তাক বিচাৰ কৰিবলৈ দিলে। দত্তই ছুটী ললে আৰু মাৰ্ত্তুজা আলি চাহাবক বদলি কৰিলে। অৱশেষত দত্তই চাকৰি এৰিলে।

ইতিমধ্যে ১৯৪৬ চনত ইলেকচন আৰম্ভ হ'ল। মোক পাৰ্ত্তত ভোট ল'বৰ কাৰণে প্ৰিজাইডিং অফিচাৰ মনোনীত কৰি পঠালে। এই ভোট গণনা কংগ্ৰেছৰ সন্ধিক্ষণ। ইয়াত জয় হলেই অসমত কংগ্ৰেছ চৰকাৰ প্ৰতিষ্ঠা হ'ব। পাৰ্ত্তৰ ভোট গ্ৰহণ কেন্দ্ৰটো কেইখানো চাহ বাগানৰ মাজত আৰু ইয়াৰ প্ৰায়বিলাক ভোটাৰেই মজদুৰ। কংগ্ৰেছৰ বিপক্ষে মজদুৰ সংঘৰ জৰিয়তে প্ৰফেচৰ চাৰবান ডাঙৰীয়া উঠিছিল। ভোটাৰৰ সংখ্যা সৰহ কাৰণে দুটা লগালগি কোঠাত দুটা বেলট বাকচত ভোট ল'ব লগা হ'ল।

মই ভোট লৈ থাকোতেই হঠাৎ স্বৰ্গীয় অমিয়কুমাৰ দাস ( এজন সৰ্বভাৰতীয় নেতা ) মোৰ ওচৰ চাপি ক'লে যে কংগ্ৰেছে মুঠেই ভোট পোৱা নাই , মোক অলপ সহায় কৰিবলৈ ক'লে। মই বিনম্ৰভাৱে তেখেতক মোৰ ওচৰৰপৰা আঁতৰি যাবলৈ কলো । তেখেত ওলাই যোৱাৰ লগে লগে কংগ্ৰেছ কৰ্মীসকলে বৰ হুলস্থুল লগাবলৈ ধৰিলে। প্ৰিজাইডিং অফিচাৰে কংগ্ৰেছক অন্যায় কৰিছে বুলি গণ্ডগোল কৰিবলৈ ধৰিলে। উপায়ুক্ত মৈত্ৰ চাহাব মোৰ ওচৰলৈ গৈ মোৰ কাম ঠিকমতে চলিছনে নাই সোধেগৈ। এইদৰে দুবাৰ গৈ সোধাত মই সকলো ঠিক চলিছে বুলি কওঁ। তেখেতে তৃতীয়বাৰ গৈ মোক সোধাত মই কলো যে মই কেৱল ভোটহে লৈছো কিবা যদি বেমেজালি হৈছে দুই পক্ষৰ এজেণ্ট দুজনক মতাই আনি মোৰ আগত সুধিব লাগে। সেইমতে উপায়ুক্তই এজেণ্ট দুজনক মোৰ ওচৰলৈ মতাই আনি কিবা বে-আইনি কাম ইযাত হৈছেনেকি সুধিলে। কংগ্ৰেছৰ এজেণ্টজনে ক'লে যে তেওঁ কিছুমান বেমেজালি দেখা পাইছে, যেনে :

১ কংগ্ৰেছৰ ভোট দিয়া বাকচটো চাৰবানৰ ভোট দিয়া বাকচ থকা ঠাইত ৰখা হ'ল আৰু চাৰবানৰ বাকচটো কংগ্ৰেছৰ বাকচ থকা ঠাইত ৰখা হ'ল ।

২) ভোটৰ বাকচবিলাকৰ ভোট সুমুওৱা বিন্ধাটো বৰ সৰু, গতিকে ভোটাৰে ভোটবিলাক মাটিয়ে-বালিয়ে পেলাই থৈ আহে আৰু সেইবিলাক ভোট কংগ্ৰেছে হেৰুৱায়।

৩। ভোট দিয়া কোঠাটো আন্ধাৰ কাৰণে মানুহে ঠিক ঠাইত ভোট দিব নোৱাৰে।

উপায়ুক্ত ডাঙৰীয়াই ইয়াৰ ওপৰত কি ক'ব লগা আছে ক'বলৈ ক'লে। মই ক'লো যে –

১ এজন ভোটাৰে ভোট দিয়াৰ পিছত ভোটৰ বাকচ থকা টেবুলখনৰ তলে সৰকি আহোতে মুৰৰ খুন্দাত বাকচ দুটা মাটিত পৰে। দুয়োজন এজেণ্টক মাতি নি বাকচ দুটা পুনৰ টেবুলৰ ওপৰত থোৱা হ'য় ; কিন্তু থোৱাৰ ঠাই অদল-বদল কৰা হ'ল। এইটো ভোট লোৱাৰ বিধি মতে কৰা হ'ল।

২) ভোট দিয়া বাকচৰ ফুটাটো সৰু হোৱাটো আমি একো কৰিব নোৱাৰো ; অৱশ্যে দুই পক্ষৰ কাৰণে এই অসুবিধা থাকিব পাৰে।

৩) ভোট লোৱাৰ ঘৰটো আমি সজা নাই ; স্থানীয় ৰাইজে এই কাম কৰিছে।

উপায়ুক্ত মোৰ উত্তৰত সন্তুষ্ট হৈ বাহিৰত থকা কংগ্ৰেছ নেতাসকলক ক'লেগৈ যে ভোট লোৱাৰ কোনো বেমেজালি হোৱা নাই। সকলো কাম নিয়ম মতে চলি আছে।

এইদৰেই ভোট লোৱা হৈ গ'ল আৰু যথা নিয়মে ভোটৰ বাকচ উপায়ুক্তৰ অফিচত জমা দিয়া হ'ল। আচৰিত কথা যে পিছ দিনা কংগ্ৰেছ মহলত হৈ-চৈ হ'ল যে পাইভেত কংগ্ৰেছে ভোট নাপালে কেৱল প্ৰিজাইডিং অফিচাৰৰ দোষত। স্বৰ্গীয় কামাখ্যা প্ৰসাদ ত্ৰিপাঠীয়ে বাটত মোক লগ পাই ক'লে যে মই কংগ্ৰেছক মুঠেই সহায় নকৰিলো। ইয়াৰ বাহিৰেও দুই এজন কংগ্ৰেছ নেতা মোৰ ঘৰলৈ গৈ কংগ্ৰেছে কিয় ভোট নাপালে তাৰ সবিশেষ জানিব বিচাৰিলে।

আচৰিত কথা যে মোৰ ওপৰত কংগ্ৰেছ হাইকমাণ্ডে এক চল লগে আৰু মোক একেবাৰে শ্ৰীহট্টলৈ বদলি কৰা আদেশ আহিল। শ্ৰীহট্ট এতিয়া বাংলাদেশত।

তেজপুৰৰ উপায়ুক্ত মৈত্ৰ চাহাবে মোক এনেভাৱে শাস্তি-মূলক বদলি কৰাত বৰ বেয়া পালে আৰু মই চিলেটলৈ যামনে নাযাম সুধিলে। মই ৰলো যে তেখেতে যদি মোক যাবলৈ কয় মই যাবই লাগিব। তেখেতে মোক দুদিনমান অপেক্ষা কৰিবলৈ ক'লে। ইফালে টেক্সটাইল কমিছনাৰক সকলো কথা জনাই এখন চিঠি লিখি মোৰ বদলি বন্ধ কৰিবলৈ লিখিলে। চিঠিখন পাই টেক্সটাইল কমিছনাৰ শ্ৰীএছ, কে, দত্তই (পিছত অসমৰ মুখ্য সচিব হৈছিল) টেলিগ্ৰাম যোগে মোৰ বদলি নাকচ কৰিলে।

কিছুদিনৰ পিছত মোক ধুবুৰীলৈ বদলি কৰিলে। তেজপুৰৰ আৰু এটা ঘটনাৰ কথা এইখিনিতে ক'ব পাৰি। ঘটনাটো এনে ঃ

মঙ্গলদৈলৈ তেজপুৰৰপৰা ধাঠি বেল কাপোৰ পঠোৱা হ'ল। যিজন পাইকাৰী মহাজনে এই কাপোৰখিনি বিক্ৰী কৰিব তেওঁ বিক্ৰীৰ ওপৰত শতকৰা এটকাকৈ মুনাফা ল'ব পাৰিব বুলি আদেশ জাৰি কৰা হ'ল। এই কাপোৰখিনি তেজপুৰৰ প্ৰখ্যাত মহাজন গণেশ দাস বিসাচিৰামৰ মঙ্গলদৈ শাখালৈ পঠোৱা হৈছিল। অফিচত মোৰ বন্ধু স্বৰ্গীয় হেম দত্ত যোগান বিভাগৰ চুপাৰিণটেনডেণ্ট এখন পৰ্দ্দাৰ ব্যৱধানত মোৰ লগত পিঠিয়া পিঠিকৈ বহে। বিসাচিৰাম ফাৰ্মখনে ঘাইকৈ খোৱা বস্তুৰ কাৰবাৰহে কৰে। গতিকে দত্তৰ লগত বিশেষ ঘনিষ্ঠতা আছিল। সি যি কি নহওক বিসাচিৰামৰ পুতেক গোমা বুলি এজনে আহি মোক ধৰিলেহি যে মঙ্গলদৈলৈ পঠোৱা কাপোৰৰ বিক্ৰীৰ ওপৰত শতকৰা এটকাৰ ঠাইত দুটকা কৰি দিব লাগে। মই উপায়ুক্তৰপৰা এনে আদেশ আনিবলৈ তেওঁক কলো। তেওঁ কলে যে উপায়ুক্তইহে তেওঁক মোৰ ওচৰলৈ পঠাইছে।

মই কোনোপধ্যে ৰাজী নোহোৱাত তেওঁ মোৰ চাইকেলখন মোক জুলুম কৰিবৰ কাৰণে মোৰ অজ্ঞাতে লৈ আহিলে। দত্ত আৰু মই দুইজনে অফিচ ছুটী হোৱাৰ পিছত মোৰ চাইকেলখন চুৰি হোৱা পালো। দত্তৰখন থোৱা ঠাইতে থাকিল। আমি দুয়ো গৰমিল কৰি চাইকেলখন অফিচ বাৰান্দাৰ-পৰা চুৰি হোৱা বুলি থানাত এখন এজাহাৰ দিলো।

কেইদিনমানৰ পিছতে মাৰোৱাৰীপট্টিৰ ওচৰতে এখন ফাৰ্মেচিৰ-পৰা দৰব আনিবলৈ গৈ ফাৰ্মেচিৰ বাৰান্দাত বহি থকা অৱস্থাত কিছুমান মানুহ চাইকেলেৰে কিবা এটা চাবলৈ কোবেৰে গৈ থকা পালো। এই মানুহবিলাকৰ চাইকেলবিলাক মই বহি থকাৰপৰা নিৰীক্ষণ কৰি আছিলো। অৱশেষত এজন মানুহে মোৰ চাইকেল-খন চলাই যোৱা দেখা পাই দৌৰি গৈ ধৰিলো। কি ঈশ্বৰৰ ইচ্ছা ঠিক সেই সময়তে টাউন হলদাৰজন আহি পৰক আৰু তেওঁক হাতে হাতে মানুহ আৰু চাইকেল চমজাই দিলো। যথা সময়ত কেছাৰীত মোকৰ্দ্দমা দাখিল হ'ল।

মোৰ বন্ধু স্বৰ্গীয় সত্যেন বৰকটকী চিনিয়ৰ মেজিষ্ট্ৰেতে মোকৰ্দ্দমাটো বিচাৰ কৰিবলৈ পালে। তেখেতে লিখিলে যে যিহেতু গোচৰীয়াজনৰ মই এজন প্ৰিয় বন্ধু, সিহেতু মই এই মোকৰ্দ্দমা বিচাৰ কৰিব নোৱাৰিম। তেখেতে এনেদৰে লিখাত উপায়ন্তই তেখেতৰ পাছৰজন হাকিমক দিলে ; কিন্তু পাছৰজনেও লিখিলে যে তেখেতে এই মোকৰ্দ্দমা বিচাৰ কৰিব নোৱাৰে, যিহেতু গোচৰীয়াজন তেখেতৰ নিচেই ওচৰ সম্পৰ্কীয়। অৱশেষত তিনিজন অনাৰেৰি হাকিমক একেলগে মোকৰ্দ্দমাটো বিচাৰ কৰিবলৈ দিয়া হ'ল। তেখেতসকল হ'ল স্বৰ্গীয় পদ্মনাথ গোহাঁই বৰুৱা, স্বৰ্গীয় প্ৰেম দাস আৰু মোঃ চৈয়ৰ। বন্ধু

হেম দত্তই সাক্ষী দিওঁতে ক'লে যে এদিন আমি দুয়ো বজাৰৰ ফালে ফুৰিবলৈ যাওঁতে ভুলক্রমে মোৰ বন্ধু শ্রীযাদব বৰুৱাৰ চাইকেলখন বিলাচিৰাম ফার্মত এৰি অহাত তেখেতৰ দোকানৰপৰা এজন গোমেস্তা উঠি যোৱাত পুলিচৰ হাতত পৰে। এই মোকদ্দমাৰ সংক্রান্তত এচ, পি. স্বর্গীয় ৰাহিদুৰ ৰহমান চাহাব মোৰ ওচৰলৈ আহি মোক সুধিলেহি যে মই মোক-দ্দমাটো আপোচ কৰি উঠাই লম নেকি? মই কলো যে এই বিষয়ে মোৰ কৰিবলগীয়া একো নাই, যিহেতু এইটো পুলিচৰ হাতৰহে। পিছত মোকদ্দমাটো চলোৱা পুলিচৰ ইন্সপেক্টৰ-জনে ক'লে যে মই এজনী খীৰতী গৰু আদালতত মেলি দিয়াত সকলোৱে ভোগ কৰিলে। কোৱা বাহুল্য, এখেতো প্রায় স্বগীয় সন্তান বৰকটকীৰ ঘৰলৈ গৈ আমালোক সকলোৱে লগত নানা গল্প কৰোঁগৈ। স্বর্গীয় দত্তৰ সাক্ষীৰ ওপৰতে মোকদ্দমাটো আচামীৰ সপক্ষে গ'ল আৰু নিষ্পত্তি হ'ল।

- ০ —

# ষষ্ঠ অধ্যায়

যথা সময়ত ধুবুৰীত গৈ কামত যোগ দিলোগৈ। তাত জে, পি, জাৰ্ম্মান নামে এজন ফিৰিঙ্গি চাহাব জিলাৰ উপায়ুক্ত আছিল। মই গৈ পাওঁতে তাত কাপোৰ সুতা বিতৰণৰ কোনো নীতি-নিয়ম নাছিল।

কামৰ ভাব লোৱাৰ পিছত উপায়ুক্তক দেখা কৰিলোগৈ আৰু ক'লো যে চৰকাৰৰ নিৰ্দ্দেশ অনুসৰি কাপোৰ সুতাবিলাক ৰেচন কাৰ্ডৰ জৰিয়তেহে গ্ৰাহকক দিব লাগে, অন্যথাই অসৎ প্ৰবৃত্তিৰ মানুহে সুবিধা লৈ গোটেই কাপোৰ সুতাৰ বেপাৰটো ক'লা বজাৰত অন্তৰ্ভুক্ত কৰিব পাৰিব। মোৰ কথাত উপায়ুক্তই কোনো আগ্ৰহ নেদেখুৱালে আৰু ক'লে যে তেওঁ পাৰমিট দি কাপোৰ সুতা বিতৰণ কৰে, গতিকে ক'লা বজাৰলৈ কোনো কাপোৰ সুতা যাব নোৱাৰে। ইয়াৰ পিছত তেখেতে মোক তেওঁৰ অফিচৰ কেৰাণী হিচাপেহে ৰাখিলে। কাপোৰ সুতা বিতৰণৰ ভাব তেখেতে মোৰ তলৰ কৰ্ম্মচাৰীসকলক হাতত লৈ আগতে চলাই থকাৰ দৰে চলাই যাবলৈ ধৰিলে। তেখেতৰ এজন পি, এ, আছিল ; কোনো মানুহে চাহাবৰ ওচৰত কাপোৰ সুতাৰ পাৰমিট বিচাৰিলে তেখেতে মানুহ চাই পাৰমিট এখন লিখি চাহাবৰ চিল মোহৰ মাৰি চহী কৰাই আনে। এনে ব্যৱস্থাত সৰ্ব্বসাধাৰণ মানুহে কাপোৰ সুতা কণ্ট্ৰল দামত পোৱাটো অসম্ভৱ হৈ উঠিল।

ঠিক সেই সময়ত (১৯৪৬ চন) লড় কে লেঙ্গে পাকিস্থান ৰোৱাসে ধুবুৰীৰ বতাহ মুখৰিত কৰিলে। কাপোৰ সুতাবিলাক

অবাধে পাকিস্থানলৈ যাবলৈ চিধা বাট মুকলি কৰি ললে। কোৱা বাহুল্য, ব্ৰহ্মপুত্ৰৰ উত্তৰে ধুবুৰী আৰু দক্ষিণে পাকিস্থান। মই থকাৰ অলপ দিনৰ পিছতে ধুবুৰী জাহাজঘাটত বহুত কাপোৰৰ বেল আহি জমা হ'লহি। জাহাজ কোম্পানীয়ে চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিলে।

চৰকাৰে উপায়ুক্তলৈ এখন টেলিগ্ৰাম দি মোক তুৰন্তে ছিলঙলৈ পঠাই দিবলৈ ক'লে। টেলিগ্ৰামখন লৈ উপায়ুক্তক দেখা কৰাত তেখেতে ক'লে যে মই যাব নালাগে, তেখেত নিজে যাব। কিন্তু পিছদিনা ক'লে যে তেখেত নাযায়, মইহে যাব লাগিব।

যথা সময়ত মই ছিলং পালোগৈ। স্বৰ্গীয় নগেন দাস সেই সময়ত ডেপুটি চেক্ৰেটাৰী আছিল। কটন কলেজত তেখেতে মযে একেটা ব্লকতে আছিলো, গতিকে তেখেত মোৰ পুৰণা বন্ধু।

তেখেতক ধুবুৰীত কেনে ধৰণে কাপোৰ সূতা বিতৰণ হ'ব লাগিছে তাক বিতংকৈ ভাঙ্গি-পাতি ক'লো। তেখেতে মোক কিছুমান কাম কৰিবলৈ এখন আদেশ মোৰ হাতে হাতে দি ধুবুৰীলৈ ঘূৰাই পঠালে। আচৰিত কথা মই ছিলঙৰপৰা ঘূৰি পোৱাৰ আগতেই ডেপুটি কমিশ্যনাৰ সদৰত থকা সকলো কৰ্ম্মচাৰী বদলি কৰি কেৱল এজন টেক্স-টাইল ইন্সপেক্টৰ ৰাখিলে। কোৱা বাহুল্য যে ইন্সপেক্টৰ-জন যদিও মোৰ তলত, উপায়ুক্ত চাহাবে মই নজনাকৈয়ে মোৰ কামখিনি তেওঁৰ হতুৱাই কৰায়। গতিকে এই ইন্সপেক্টৰ-জনে মোৰ কোনো আদেশ নামানে। ঘূৰি আহি এইবিলাক দেখিবলৈ পাই মই উপায়ুক্তলৈ এটা টোকা পঠাই জনালো। টোকাটোত চৰকাৰে মোক কৰিবলৈ দিয়া কামখিনিৰ বিষয়ে লিখিলো আৰু লিখিলো যে তেখেতে পাৰিলৈ

বদলি কৰা সকলো কৰ্ম্মচাৰীকে তুৰন্তে সদৰলৈ মাতি পঠাব লাগে। মোৰ টোকাটো পাই তেখেতে মোক তেখেতৰ বঙ্গলালৈ মাতি পঠালে আৰু ক'লে যে মই যি লিখিছো সেইবিলাক উঠাই ল'ব লাগে আৰু বদলি কৰা কৰ্ম্মচাৰীবিলাক ঘূৰাই আনিব নালাগে বুলি মত দিব লাগে। মই ক'লো যে মোৰ টোকাটো হৈছে চৰকাৰৰ নিৰ্দ্দেশৰ বিষয়ে, গতিকে ইয়াক উঠাই লোৱাৰ কোনো প্ৰশ্ন নুঠে আৰু উপায়ুক্তই তেখেতৰ মন্তব্য মোৰ টোকাৰ ওপৰত দিব লাগে। এনেকৈ কোবাত তেখেত মোৰ ওপৰত জ্বলি-পকি উঠিল আৰু ক'লে যে মোক কামৰপৰা নিলম্বিত কৰাৰ আগতে তেখেতৰ বঙ্গলাৰপৰা ওলাই আহিব লাগে। তেখেতৰ এনে ব্যৱহাৰত মই বৰ আচৰিত হ'লো আৰু খঙতে তেখেতক নানান গালি পাৰিবলৈ ধৰিলো। তেখেতে মোলৈ চেঁচা মাৰি অহাত মায়া তেখেতৰ ডিঙিত ধৰিলো। এনেতে তেওঁৰ পি, এ, জনে মোক আঁতৰাই আনিলে। ইয়াৰ পিছত উপায়ুক্তই মোক কৰা ব্যৱহাৰৰ বিষয়ে টেলিগ্ৰাম যোগে চৰকাৰক জনাই অতি শীঘ্ৰে ইয়াৰ তদন্ত কৰিব লাগে বুলি ক'লো।

লগে লগে মোৰ ভাই ৺সুৰেশলৈ এখন টেলিগ্ৰাম কৰি ধুবুৰীলৈ মাতি পঠালো। মোৰ ভাই তুৰন্তে ধুবুৰী পালেহি। ধুবুৰী পোৱাৰ পিছত মই উপায়ুক্তলৈ দিয়া টোকাটোৰ নকল আৰু অন্য কাগজ-পাতিবিলাকৰ নকল তাৰ হাতত ছিলঙলৈ পঠালো। উল্লেখযোগ্য যে মোৰ ভাই এজন প্ৰসিদ্ধ উকীল আছিল আৰু তাৰ সাহস বাঘৰ নিচিনা। ইংৰাজী ভাষাটো ইংৰাজে কোৱাৰ দৰে ক'ব পাৰিছিল। ছিলং পায়ে সি শ্ৰদ্ধেয় দেৱেশ্বৰ শৰ্ম্মা ডাঙৰীয়াক লগ ধৰি গোটেই বৃত্তান্তটো ক'লেগৈ।

তেখেত সেই সময়ত আসাম লেজিচলেটিভ এচেম্বিত স্পীকাৰ আছিল। তেখেতে কথাবিলাক শুনি বিভাগীয় মন্ত্ৰী স্বৰ্গীয় বৈদ্যনাথ মুখাৰ্জীক টেলিফোন যোগে কথাবিলাক জনাই এটা তদন্ত কৰাবলৈ অনুৰোধ কৰিলে। সেইসময়ত স্বৰ্গীয় এস, কে, দত্ত টেক্সটাইল কমিছনাৰ আছিল। তেখেতে মই তেজপুৰত থাকোতেই মোৰ বিষয়ে জনা বুলি আগতে কৈ আহিছো। ইফালে জাৰ্মান চাহাবে মোক কামৰপৰা তৎক্ষণাত নিলম্বিত কৰিব লাগে বুলি চৰকাৰলৈ টেলিগ্ৰাম কৰিলে। সেই সময়ত স্বৰ্গীয় নীলকান্ত হাজৰিকা (শ্ৰীভূপেন হাজৰিকাৰ পিতাক) ধুবুৰীত ট্ৰেজুৰী অফিচাৰ হৈ আছিল। তেখেত মোৰ লৈতে চিনা পৰিচয় হোৱাৰপৰাই পুৱা-গধূলি মোৰ লগত নানা তৰহৰ গল্প কৰি সময় কটায়। উপায়ুক্তৰ লগত মোৰ সংঘৰ্ষৰ কথা তেখেতক ক'লো আৰু তেখেতে একেবাৰে মোক আঁকোৱালি ধৰিলে যেন উপায়ুক্তৰ লগত মোৰ বদলি তেওঁৰহে সংঘৰ্ষ হৈছে।

এইবিলাক কথা চলি থাকোতেই এবাৰ মোৰ আইক চাবলৈ যোৰহাটলৈ আহিছিলো। ঘূৰি আহোতে গুৱাহাটীতে মোৰ কলেজৰ বন্ধু মৌঃ স্বৰ্গীয় আলতাফ হুছেইনক পালো। তেখেতো ধুবুৰীলৈ যাব; গতিকে আমি দুয়ো একটা ডবাতে উঠি ধুবুৰীৰ মুখে ৰাওনা হ'লো। কোৱা বাহুল্য যে তেখেত সেইসময়ত ধুবুৰীত ডেপুটী ডিৰেক্টৰ অব প্ৰকিয়ৰমেণ্ট আছিল (ধান সংগ্ৰহৰ কাৰণে)। দুয়ো অনেক দুখ-সুখৰ কথা-বতৰা পাতি মহাৰঙে ৰেলত গৈ থাকোতেই বঙাইগাঁও ষ্টেচনত এজন মাৰোৱাৰী ভদ্ৰলোক বহুত পাৰ্চেল লৈ আমি অহা ডবাটোতে উঠিলেহি। লগে লগেই কেইজনমান ডেকা ল'ৰাই আমাৰ ওচৰলৈ আহি ক'লেহি যে মাৰোৱাৰীজনে সেই পাৰ্চেলবিলাকত বহুত কাপোৰ চোৰাং বজাৰত বিক্ৰী

কৰিবৰ কাৰণে আনিছে। যিহেতু তেওঁলোকে মোক ধুবুৰীৰ টেক্সটাইল চুপাৰিণটেনডেণ্ট বুলি জানে, সেই কাৰণে মোক এই বিষয়ে জনাইছে। মোৰ গাটো বৰ ভাল লাগি থকা নাছিল তথাপি মোৰ কৰ্ত্তব্য কৰিবই লাগিব। মোৰ বন্ধু আলটাফ মোতকৈও তৎপৰ হৈ এখন চুৰি লৈ এটা পাৰ্শেল খুলি পেলালে আৰু তাত বহুতে সুন্দৰ ধুতি ওলাই পৰিল। হুছেইন চাহাবে চপটগ্ৰাম ৰেল ষ্টেচনতে তেখেতৰ চিনাকি মাৰোৱাৰী দোকান এখনত নামি কাপোৰবিলাক জব্দ কৰি ৰাখি যাবলৈ মোক পৰামৰ্শ দিলে। মই তেখেতৰ কথাত ৰাজী নহলো আৰু কলো যে এই ৰাতিখন কোনো পুলিচ অফিচাৰ লগত নথকাত এনে কাম কৰিব নোৱাৰি। গতিকে একেবাৰে গোলোকগঞ্জত চি, আৰ, পিৰ জৰিয়তে কাপোৰখিনি জব্দ কৰি মাৰোৱাৰীজনক এৰেষ্ট কৰি ধুবুৰীলৈ লৈ যোৱা হওক। অনিচ্ছা স্বত্বেও তেখেত মোৰ কথাত ৰাজী হ'ল আৰু এই কামৰপৰা মুৰ পোলাকা মাৰিবলৈ বুদ্ধি সাজিবলৈ ধৰিলে। দুটামান ষ্টেচন এনেকৈ যোৱাৰ পিছত তেখেতে যোগান বিভাগৰ এজন ইন্সপেক্টৰক দেখি ওচৰলৈ মাতিলে আৰু আমাৰ ডবাতে তেখেতক উঠিবলৈ ক'লে। তেখেত উঠিল আৰু আমি সকলো গোলোকগঞ্জ ষ্টেচন পালোহি। তেতিয়া ৰাতি প্ৰায় দুইমান বাজিছে; গোলোকগঞ্জ থানাৰ দাৰোগাজন আহি কাপোৰবিলাক খুলিবলৈ ধৰিলে আৰু আমাৰ লগত অহা ইন্সপেক্টৰজনে খোলা কাপোৰৰ লিষ্ট কৰাত লাগি গ'ল।

ইফালে হুছেইন চাহাবে ডাক বঙলাৰপৰা আহোঁগৈ বুলি মোৰ বিচনা বাকচো তেওঁৰ লগত লৈ আহি একেবাৰে ধুবুৰী পালেহি। তেখেতে জানিছিল যে সেই মাৰোৱাৰীজন গোৱালপাৰাৰ এজন কোটিপতি মহাজন আৰু চৰকাৰৰ সৌহাত। তেখেতে এই মোকৰ্দমাত

জড়িত হ'বলৈ ভয় কৰাত এনেদৰে মোক এৰি থৈ পলাই আহিল।

পুলিচে মাৰোৱাৰীজনৰ ক'কালৰ খোচনিৰপৰা নগদ ১২০০ (বাৰশ) টকা টেবুলত থলে; কিন্তু চিজাৰ লিষ্টত এই টকাৰ কোনো উল্লেখ নকৰিলে। এইবিলাক জব্দ কৰা মাল, আচামীজন আৰু কাগজ-পত্ৰবিলাক পুলিচৰ হাতত এৰি থৈ মই ধুবুৰী পালোহি। ধুবুৰী পায়ে জিলাৰ উপায়ুক্তক সকলো কথা কলোঁহি আৰু আচামীজনক কোনোপধ্যে জামিনত নিদিবলৈ কলো। তেখেতে তৎক্ষণাত মোক এডিচনেল ডি, চিৰ ওচৰলৈ যাবলৈ ক'লে। এডিচনেল ডি. চি. এও এজন ই, এ, চিৰ ওচৰলৈ পঠাই দিলে। মই মানুহজনক জামিনত নিদিবলৈ বাৰে বাৰে অনুৰোধ কৰা স্বত্তেও এই চিলেটীয়া মুছলিম ই. এ. চিজনে মানুহজনক জামিনত দিলে। পিছত আৰ-তাৰ মুখে শুনিবলৈ পালো যে তেওঁ ৫০০০ (পাঁচ হাজাৰ) টকা ঘোচ লৈ মানুহজনক জামিনত দিলে। জামিনত খালাচ পাই মাৰোৱাৰীজনে চৰকাৰী উকীলজনক হাত কৰি ল'লে আৰু ধুবুৰীৰ নামজাদা উকীল অপূৰ্ব্ব ঘোষ নামে উকীলজনক ধৰিলে।

ইফালে মাৰোৱাৰীৰ মানুহে স্বৰ্গীয় নীলকান্ত হাজৰিকাৰ জৰিয়তে ৩৫০০০ (পয়ত্ৰিশ হাজাৰ) টকাৰ ঘোচ মোক দিয়াবলৈ গৈছিল; কিন্তু হাজৰিকাই ক'লে যে পয়ত্ৰিশ হাজাৰহে নালাগে পয়ত্ৰিশ লাখ দিলেও মোক হাত কৰিব নোৱাৰিব। এই কথা তেখেতে লগে লগেই আহি মোক জনালেহি।

একো উপাই নাপাই মাৰোৱাৰী পক্ষৰ উকীলে গোলোকগঞ্জ থানাত চিজ কৰা চিজাৰ লিষ্টত আচামীৰ ক'কালৰ খোচনিত পোৱা ১২০০ (বাৰ শ) টকাৰ কোনো উল্লেখ নথকাত, সেই টকা মই খালো বুলি মোৰ ওপৰত ওলোটা মোকৰ্দ্দমা হ'ব বুলি

ঘোষণা কৰিলে। মই বৰ বিপদত পৰিলো। মোৰ বন্ধু স্বৰ্গীয় লক্ষ্যেশ্বৰ শৰ্ম্মা সেই সময়ত ধান সংগ্ৰহ সংক্ৰান্তত ধুবুৰীলৈ আহোঁতে মোক লগ ধৰে। মই তেখেতৰ লগত এই ১২০০ (বাৰশ) টকা চিজাৰ লিপ্টত নথকাৰ কথা ভাঙি-পাতি ক'লো। তেওঁ মোক ক'লে, এইটো এটা সাংঘাটিক ভুল হ'ল; আচামীৰ উকীলৰ লগত আপোচ নকৰিলে ইয়াৰপৰা নিষ্কৃতি পাবৰ কোনো উপায় নাই। মই বৰ চিন্তিত হ'লো। মোৰ এজন ওচৰ সম্পৰ্কীয় ভাগিন জোৱাই ধুবুৰীত অ'ভাৰচিয়াৰ কৰে; প্ৰায়ে মোৰ ঘৰলৈ আহি থাকে। মোক বসন্ত নিবাসৰপৰা এটা বশীকৰণ তাবিজ আনিবলৈ পৰামৰ্শ দিলে। সেইমতে তাবিজ আনি পিন্ধি ল'লো। ইফালে ধুবুৰী অঞ্চলৰ ডিষ্ট্ৰিক্ এণ্ড চেচন জাজ্ শ্ৰীসুশীল দাসৰ ওচৰলৈ এবাৰ গৈ তেখেতক সকলো কথা কৈ উপদেশ বিচাৰিলো। তেখেতে কথাটো বৰ বেয়া হ'ল বুলি ক'লে। একমাত্ৰ ভগৱানৰ বাহিৰে কোনেও মোক এই ক্ষেত্ৰত সহায় কৰিব নোৱাৰিব। এনে ক্ষেত্ৰত পৰ্ব্বতীয়া গোঁসাই স্বৰ্গীয় ভৱৰঞ্জন গোস্বামীলৈ কামাখ্যাত এভাগ পূজা দিবৰ কাৰণে অলপ টকা পঠালো। তেখেতে যথা সময়ত পূজা কৰি মোলৈ নিৰ্ম্মালি ও প্ৰসাদ পঠালে আৰু লিখিলে যে ভগৱতীয়ে নিশ্চয় তোমাক এই বিপদৰপৰা ৰক্ষা কৰিব। ইয়াৰ পিছত এদিন ধুবুৰীৰ বয়োবৃদ্ধ ও নামজাদা উকীল স্বৰ্গীয় প্ৰমথনাথ চক্ৰৱৰ্ত্তীৰ ওচৰলৈ গৈ সকলো কথা কলোগৈ। তেখেতে মোক এজন অতি নিষ্ঠাবান ও সদ্‌বংশজাত চাকৰিয়াল বুলি প্ৰশংসা কৰিলে। পিছত তেখেতে আচামীৰ উকীল শ্ৰীঅপূৰ্ব্ব ঘোষৰ ওচৰলৈ গৈ মোকৰ্দ্দমাত এই ১২০০ (বাৰশ) টকাৰ কথা উল্লেখ নকৰিবলৈ বুলি কোৱাত ঘোষ ডাঙৰীয়াই মান্তি হৈ ক'লে

যে তেওঁৰ মোক্কেদ্দমাক বচাবৰ কাৰণে মইয়ো কিছু ঢিলাই দিব লাগিব।

এনেতে এদিন তাহীৰ এ, ডি, চি, চাহাবৰ আদালতলৈ অন্য এটা গোচৰ সংক্রান্তত মই যাব লগা হ'ল। মই গৈয়ে গোলোকগঞ্জ থানাৰ অ, চি, জনক লগ পালো। সেই সময়ত তাহীৰ চাহাব এজলাচত অলপ সময় এনেয়ে বহি আছিল। মই অ, চি শ্রীডেকাক লগ পায়ে সুধিলো যে সেইদিনা মই ধৰি অনা মাবোৱাৰীজনৰ ক'কালত পোৱা ১২০০ (বাৰশ) টকা কি কৰিলে? তেখেতে ক'লে যে টকাটো লগে লগেই মাবোৱাৰী-জনক ঘূৰাই দিয়া হ'ল। তাহীৰ চাহাবক কথাটো লিখি ৰাখিবলৈ অনুৰোধ কৰাত তেখেতে লিখি ৰাখি মোক অভয় প্রদান কৰিলে। এইটো স্বয়ং ভগৱানে কৰোৱা কাম, নহ'লে মোৰ মনত এনে বুদ্ধি নেখেলালেহেঁতেন।

সেইদিনাপৰা মোৰ চিন্তা দূৰীভূত হ'ল আৰু মোকদ্দমা ঢিলাই দিয়াৰ কোনো প্রয়োজন বোধ নকৰিলো। এই কথা স্বৰ্গীয় চক্রবর্ত্তীক কোৱাত তেখেতে অপূৰ্ব্ব ঘোষক জনালেগৈ। এতিয়া মোকদ্দমা চলোৱা-নচলোৱাৰ কথাটো পুৰা চৰকাৰৰ হাতত পৰিল।

ইফালে মোক নিলম্বিত কৰিবলৈ দিয়া টেলিগ্রামৰ কোনো উত্তৰ নহাত জাৰ্ম্মান চাহাবৰ বৰ সংকোচিত হ'ল। গতিকে সেই সময়ৰ যোগান বিভাগৰ চুপাৰিণ্টেনডেন্ট স্বৰ্গীয় জ্ঞান বৰাৰ যোগেদি মোৰ লগত আপোচ কৰিবৰ কাৰণে ধৰালে। চাহাবৰ পি, এ, জনো বৰাৰ লগত মোৰ ওচৰলৈ আহিছিল। মোৰপৰা তেখেত-সকলে কোনো স'হাৰি নোপোৱাত চাহাবক জনালেগৈ। চাহাবে এদিন এখন মিটিং আহ্বান কৰিলে; মোক, স্বৰ্গীয় জ্ঞান বৰা আৰু দুজনমান ই,এ, চিক মিটিঙলৈ মাতিলে। মিটিঙৰ

বিষয় হ'ল—নগৰৰপৰা টেক্সটাইল আৰু যোগান বিভাগৰ সকলোবিলাক ইন্সপেক্টৰ, চাব-ইন্সপেক্টৰ আৰু এচিচ্টেণ্ট চাব-ইন্সপেক্টৰক চোৰাং বজাৰ বন্ধ কৰিবৰ কাৰণে গাঁৱলৈ পঠাব লাগে। মই চাহাবলৈ লিখি পঠালো যে মই চাহাবৰ বঙ্গলালৈ দুনাই নাযাওঁ; কিন্তু তেখেতৰ অফিচ কোঠাত মিটিং পাতিলে মই যাব পাৰো।

আচৰিত কথা, তেখেতে মোৰ চিঠিৰ কোনো উত্তৰ নিদি দ'লে বলে মোৰ অফিচ পালেহি আৰু মোৰ অফিচ কমতে মিটিংখন পতাৰ স্থিৰ কৰিলে। মিটিঙৰ ওপৰোক্ত প্ৰস্তাৱত সকলোৱে সন্মতি জনাই মিটিঙৰ বহীত চহী কৰিলে; কিন্তু মই শিখিলো যে সদ্যহতে মোৰ সকলো কৰ্ম্মচাৰী মোৰ কাষত লাগে, যিহেতু চৰকাৰে বটাই দিয়া কামখিনি সুচাৰুৰূপে কৰিব পৰা হয়। সভা ভঙ্গ হ'ল; সকলো নিজ নিজ কামলৈ উভতি গ'ল।

ইয়াৰ পিছত মোৰ এজন চাব-ইন্সপেক্টৰে এজন দৰ্জ্জীৰ ঘৰত কিছুমান চোৰাং কাপোৰ পাই জব্দ কৰিলে আৰু দৰ্জ্জীজনক পুলিচত দিবৰ কাৰণে মোলৈ লিখিলে।

ইতিমধ্যে দৰ্জ্জীজনে এটা বৰ ডাঙৰ চিতল মাছ লৈ মোৰ ঘৰ পালেহি আৰু মোক খাটিলেহি যাতে মই তেওঁক পুলিচত নিদিওঁ। মাছতো ঘুৰাই নিবলৈ কৈ মই কি কৰিব পাৰো চাম বুলি তেওঁক বিদায় দিলো। ঠিক ইয়াৰ দুদিন মানৰ পিছতে এদিন ৰাতি দুপৰত আমি আটাইবোৰ যেতিয়া মোৰ টোপনিত অচেতন তেনে সময়তে কিছুমান মানুহে মোৰ দুৱাৰত ঢকিয়াই চিঞৰিবলৈ ধৰিলে যে জাহাজঘাটত বহুত চোৰাং কাপোৰ ধৰা পৰিছে আৰু বৰচাহাবে তৎক্ষণাত মোক

জাহাজঘাটলৈ যাবলৈ কৈছে। সেইদিনা ৰাতিটো বৰ গৰম আছিল। ঠিক সেই কেইদিনতে নোৱাখালিত মুছলমানে হিন্দু মানুহ কাটি-মাৰি খান্তাং কৰিছে। মই তৎক্ষণাত মোৰ পৰিয়ালৰ মুখত সোপা দি মুখেৰে কোনো শব্দ নকৰিবলৈ ইচাৰা দিলো। কি ভগৱানৰ ইচ্ছা মোৰ কণ কণ ল'ৰা-ছোৱালীকেইটা টোপনিত লালকাল আৰু ৰাম্ভনি ল'ৰাটো ঠিক দুৱাৰ মুখতে শুই আছিল। সি সাৰ পালে যদিও মই একো নমতা দেখি সিও নামাতিলে; সি মাত দিয়া হ'লেই আমাৰ সৰ্ব্বনাশ। মই বিচনাতে বহি একমাত্র ভগৱানক প্রার্থনা কৰি আছিলো, ভগৱানে মোক ৰক্ষা কৰিলে; কিয়নো মানুহবোৰে এইদৰে ১৫/২০ মিনিট দুৱাৰ খুন্দিয়াই থাকোতেই ৰাতি পহৰা দিয়া পুলিচ আহি পাই হুইছেল মাৰিবলৈ ধৰাত মানুহবিলাক পলাই পতং দিলে। পিছদিনা পুৱাতে উঠি পুলিচৰ চাহাব-জনক সকলো কথা জনোৱাত তেখেতে মোৰ ঘৰৰ দুৱাৰ মুখত ৰাতি পহৰা দিবৰ কাৰণে দুজন চিপাহী দিলে। চাহাবজনৰ নাম মোৰ মনত নাই, যিহেতু তেখেত এজন ইংৰাজ আছিল।

কোৱা বাহুল্য যে ধুবুৰীত ভাৰা ঘৰ পোৱা দুৰ টান। মই বহু বিচাৰি এগৰাকী বঙালী বিধৱা মানুহৰ দুকোঠলীয়া টিনৰ হাফ ওৱাল দিয়া জাহাজঘাটৰ কাষতে এটা ঘৰ ভাৰা লৈ আছিলো। মানুহগৰাকীৰ তিনিজনী গাভৰু ছোৱালী আৰু এটা বোৱাৰী ল'ৰা আছিল। সেই দুৰ্ঘটনাত যদিও তেখেতৰ ঘৰ মোৰ গাতে লগা, তথাপি তেওঁলোক একেবাৰে তাপমাৰি থাকিল আৰু ৰাতিপুৱা আহি আমাক খবৰো কৰা ক'লেহি।

এই ঘটনাৰ পিছত মই বৰুকুত সাহ বান্ধি সকলো পাইকাৰী আৰু খুচুৰা কাপোৰ সূতাৰ দোকানীবিলাকলৈ এখন আদেশ জাৰি কৰিলো যে কোনেও মোৰ বাহিৰে আনৰ চহী থকা পাৰমিটত কাকো কাপোৰ সূতা বিক্ৰী কৰিব নোৱাৰিব আৰু কৰিলে আইনমতে পুলিচত সোপৰ্দ্দ কৰা হ'ব। এই নিৰ্দ্দেশৰ নকল এটা ডেপুটি কমিশ্যনাৰ জাৰ্ম্মান চাহাবলৈ পঠালো। এই চাৰ্কুলাৰখন পাই জাৰ্ম্মান চাহাব বৰ বিপাঙত পৰিল। কাৰণ এখন পাইকাৰী দোকানত তেখেতে অতি উৎকৃষ্ট ধৰণৰ বহুত কাপোৰ ৰাখিছিল, তাক ডি, চি ৰ ৰিজাৰ্ভ বোলা হৈছিল আৰু নগৰ আৰু গাঁৱৰ গণ্য-মান্য মুখিয়াল মানুহবিলাকক সন্তুষ্ট কৰি বাকী কাপোৰবিলাক ক'লা বজাৰলৈ মেলি দিয়া হৈছিল। ইয়াৰ পিছত ডি, চিয়ে পাৰমিট দি থোৱা কেইজনমান ডাঙৰ অফিচাৰে কাপোৰ আনিব নোৱাৰি ডি, চি-ৰ ওচৰত নালিশ কৰিলেহি। ডি, চিয়ে তেখেতসকলক মোৰপৰা বেলেগ পাৰমিট ল'বলৈ উপদেশ দিলে। ডি, চিয়ে ৰাখি থোৱা কাপোৰবিলাক অভাৱগ্ৰস্ত মানুহক কণ্ট্ৰল দামত দিবৰ কাৰণে গাঁৱলৈ বদলি কৰা কৰ্ম্মচাৰীসকলক মাতি আনি ডি, চিৰ বঙলাৰ সন্মুখত থকা গোৰীপুৰ ফিল্ডত সকলো অভাৱগ্ৰস্ত মানুহক পাৰমিট দিবৰ কাৰণে দিন ধাৰ্য্য কৰা হ'ল।

মোৰ ঘৰলৈ দৈনিক আহি থকা গাখীৰ দিয়া মানুহজনী, চোতাল সৰা জমাদৰনীজনী, মোৰ ঘৰৰ আগত বহী কাম কৰা মুচীজন, হাইস্কুলৰ হেডমাষ্টৰ, ধুবুৰীৰ উকীলসকল আৰু সকলোবিলাক অফিচলৈ জাননী দিলো। গোৱালনী আৰু জমাদাৰনীয়ে তুৰন্তে মানুহক খবৰ দি নিৰ্ধাৰিত দিনত ফিল্ডত মানুহ জমাই পেলালেহি।

কৰ্ম্মচাৰীসকলক চকী, টেবুল ও টুকুৰা কাগজ লৈ বহি থাকে যেনেকৈ লাগে তেনেকৈ পাৰমিট দি যাবলৈ আদেশ দিলো আৰু মইও এখন চকী পাৰি বহি ল'লো। কাপোৰ পাই সকলো সন্তুষ্ট হৈ ঘৰাঘাৰি গ'ল।

ইয়াৰ কিছুদিনৰ পিছতে ছিলঙৰপৰা এচিষ্টেণ্ট টেক্সটাইল কমিচনাৰজন ধুবুৰীলৈ আহি মোক জাৰ্ম্মান চাহাবৰ ওচৰলৈ লৈ গ'লহি আৰু মিলাপ্ৰীতি কৰাই দিলে। জাৰ্ম্মান চাহাবে টেক্সটাইলৰ বিষয়ে মোৰ হাতত সকলো কাম অৰ্পণ কৰিলে।

এইদৰে দিনচেৰেক যোৱাৰ পিছত মোক নগাঁৱলৈ বদলি কৰাৰ আদেশ আহিল। সেই কোটিপতি মহাজনৰ মোকৰ্দ্দমাটো কি হ'লগৈ একো গম নাপালো।

মই ধুবুৰী এৰিবৰ দিনা ধোবা, মুচী, গুৱাল, জমাদাৰ সকলোবিলাকে ধুবুৰী ৰেল ষ্টেচনলৈ আহি আমাক বিদায় সম্ভাষণ জনালেহি।

—০—

## সপ্তম অধ্যায়

যথা সময়ত নগাঁও আহি পালোহি। নগাঁৱত শ্ৰীযুগল দাস নামে এজন অতি সৰবৰহী আৰু নগৰৰ সকলো লোকৰ প্ৰিয় কৰ্ম্মচাৰী আছিল। তেখেত যাব লগা হোৱাত নগাঁৱৰ মানুহে বৰ বেয়া পালে আৰু ডি, চি, ৰ জৰিয়তে তেখেতক বদলি নকৰিবলৈ চৰকাৰৰ গুচৰত আবেদন কৰিলে। গতিকে উপায়ুক্তই মোক চৰকাৰৰ পুনৰ আদেশ নহে মানে চাৰ্জ ল'বলৈ দিয়া নাছিল। জইনিং টাইম শেষ হৈ যোৱাৰ পিছত চৰকাৰে শ্ৰীদাসক চাৰ্জ হেণ্ডঅভাৰ কৰিবলৈ আদেশ দিলে। মই চাৰ্জ ল'লো, কিন্তু জইনিং টাইম পাৰ হৈ যোৱাৰ পিছত মোৰ চাৰ্ভিচ ব্ৰেক হ'ল আৰু এ, জিয়ে মোৰ পে' শ্লিপ ( Pay-Slip ) দিব নোৱৰা হ'ল। ডি, চি, বৰ বিমোৰত পৰিল, গতিকে তেখেত নিজে ছিলঙলৈ গৈ সকলো খণ্ডন কৰাই এ, জিয়ে পে' শ্লিপ দিব পৰা কৰি আহিল। কামৰ ভাৰ লোৱাৰ পিছত ধৰিব পাৰিলো যে শ্ৰীদাসৰ লগত সহযোগ কৰাৰ দৰে কৰ্ম্মচাৰীসকলে মোৰ লগত সহযোগ কৰা নাই। ইয়াৰ কাৰণ হ'ল শ্ৰীদাসৰ দিনত নিচেই তলখাপৰ কৰ্ম্মচাৰীয়ে বাটে-ঘাটে যাকে-তাকে কাপোৰ সূতাৰ পাৰমিট দিব পাৰিছিল আৰু তাৰ কোনো হিচাপ তেওঁলোকৰ হাতত কিম্বা অফিচত নাছিল। এইবিলাক দেখি-শুনি মই কাপোৰ সূতাৰ পাৰমিট দিবৰ কাৰণে দুবিধ পাৰমিট বহী ছপোৱালো। এবিধ কাপোৰৰ আৰু এবিধ সূতাৰ। বাটে-ঘাটে পাৰমিট দিয়াৰ প্ৰথা বন্ধ কৰা হ'ল। কাপোৰ সূতাৰ পাৰমিট মোৰ অফিচৰ যোগে মোৰ চহীতহে দিব পৰা

হ'ল। কোৱা বাহুল্য যে নগাঁও টাউন আৰু দাঁতি-কাষৰত থকা কিছুমান ডেকা ল'ৰাই কৰ্ম্মচাৰীসকলৰপৰা যথে-মথে পাৰমিট লৈ ক'লা বজাৰৰ বেপাৰীক দি টকা লয়। এতিয়া তেওঁলোকৰ ভিকাচন ভাগিল।

এবাৰ মই তুৰত যোৱাত মোৰ এছিচটেণ্ট চাব-ইন্সপেক্টৰ এজনে মোৰ কোনো হুকুম নোহোৱাকৈয়ে এজন মানুহক চল্লিশ বেল সুতাৰ পাৰমিট এখন দিলে, যিটো কাম মই নিজেও কৰিব নোৱাৰিলোহেঁতেন। কৰ্ম্মচাৰীজনক এই বিষয়ে কৈফিয়ৎ তলব কৰাত তেওঁ খঙত উগ্ৰমূৰ্ত্তি হৈ মোক ক'লে যে তেওঁৰ কৈফিয়ৎ খোজাৰ বাবে মই অচিৰে গাদী এৰিব লাগিব। কোৱা বাহুল্য যে এই কৰ্ম্মচাৰীজনক কংগ্ৰেছৰ তৰফৰপৰা সকলোৱে ভাল পায় আৰু তেওঁৰদ্বাৰাই কাৰ্য্য সিদ্ধি কৰাই লয়। কৰ্ম্মচাৰীজনৰ এনে ব্যৱহাৰৰ বাবে তেওঁক মোৰ অফিচৰপৰা বাহিৰ কৰি দিলো আৰু তেওঁক তৎক্ষণাত কামৰপৰা নিলম্বিত কৰিবৰ কাৰণে উপায়ুক্তলৈ এটা জৰুৰী টোকা পঠালো। টেক্সটাইল কমিছনাৰলৈকো এই বিষয়ে এখন জৰুৰী টেলিগ্ৰাম পঠালো। দুদিনমানৰ পিছত টেক্সটাইল কমিচনাৰ অফিচাৰে মোৰ টেলিগ্ৰামখন অনুমোদন কৰি কৰ্ম্মচাৰীজনৰ ওপৰত ষ্ট্ৰাচাৰ্জিং ড্ৰ কৰিবলৈ আদেশ দিলে।

কামৰ ভাৰ লোৱাৰ পিছত দেখিবলৈ পালো যে কাপোৰ বিতৰণৰ পদ্ধতিটোত এটা ডাঙৰ সুৰুঙা আছে, যিটোৰেদি ভাল কাপোৰবিলাক ক'লা বজাৰলৈ যাবলৈ বাজবাট ওলাই আছে। পদ্ধতিটো এনে আছিল, যেনে পাইকাৰী মহাজনসকলক তেওঁলোকৰ কাপোৰ সুতাৰ বিক্ৰী অনুপাতে শতকৰা ৫%, ৪%, ৩% হিচাপে কাপোৰ সুতা দিয়াৰ ব্যৱস্থা। এনে ব্যৱস্থাত শতকৰা হিচাপটো ঠিক ৰাখি একোজন মহাজনে ভাল ভাল ভেৰাইটিৰ কাপোৰ সুতা-

বিলাক বাচি ল'ব পাৰিছিল আৰু গাঁৱে-ভূঁয়ে থকা বেপাৰীসকলে মানুহে নিবিচৰা কাপোৰ-সূতা পায়গৈ।

এই পদ্ধতি বদলাই যাতে সকলোৱে সমভাৱে সকলো কাপোৰ সূতা পায় তাৰ ব্যৱস্থা কৰিলো আৰু আদেশ জাৰি কৰিলো যে সকলো ধৰণৰ কাপোৰ সূতা সকলো দোকানতে সমান্তৰাল-ভাৱে বিতৰণ কৰিব লাগে। মোৰ এনে আদেশ পাই ডাঙৰ মহাজনসকলে হৈ চৈ লগাই দিলে আৰু কংগ্ৰেছ মহলত মোৰ বিপক্ষে মেল-মিটিং হ'বলৈ ধৰিলে। উপায়ুক্তই এনেবিলাক আপত্তি জাপে জাপে পাবলৈ ধৰিলে। এনে অৱস্থাত এদিন উপায়ুক্তই মোক লগত লৈ কাপোৰৰ গুদাম পালেহি আৰু মইনো আগৰ পদ্ধতি বদলাই নতুন পদ্ধতি কিয় লৈছো তাক হাতে-কামে বুজাই দিবলৈ ক'লে। মই তেখেতক আগতে উল্লেখ কৰামতে বুজাই দিলো। উপায়ুক্তই কথাটো বুজি লৈ কাপোৰ সূতা বিতৰণ কৰা লিয়াচন কমিটিৰ মিটিং আহ্বান কৰোৱালে। যথা সময়ত মিটিং হ'ল ; মিটিঙত জিলা কংগ্ৰেছ প্ৰেচিডেণ্ট আৰু সম্পাদকে জাউৰীয়ে জাউৰীয়ে মোৰ বিপক্ষে বক্তৃতা দিবলৈ ধৰিলে। মোৰ আমোলত গৰীব মানুহে কাপোৰৰ অভাৱত নাঙঠ হৈ থাকিব লগা হৈছে বুলি হৃদয়বিদাৰক বক্তৃতা দিবলৈ লাগি গ'ল। স্বৰ্গীয় মতিৰাম বৰাও সেইদিনাৰ সভাত আছিল। তেখেত এজন প্ৰধান কংগ্ৰেছ কৰ্ম্মী আছিল আৰু পিছত মন্ত্ৰী হৈছিল। তেখেতে বক্তৃতা দিয়াসকলক বহিবলৈ কৈ মইনো কিয় আগৰ নিয়মটো বদলাই নতুন নিয়ম উলিয়াইছো তাক বহলাই বুজাই দিবলৈ ক'লে। মই কথাটো ভাল ধৰণে সকলোৱে বুজি পোৱাকৈ বুজাই দিলো। তেতিয়া তেখেতে সকলোকে ক'লে যে কাপোৰ সূতাৰ ক'লা বজাৰ বন্ধ কৰিবলৈ হ'লে ইয়াতকৈ ভাল পদ্ধতি উলিয়াব পৰা নাহ'ব, আৰু

মোৰ শলাগ লৈ সকলোৰে মুখ বন্ধ কৰিলে।

ইফালে নিলম্বিত কৰা কৰ্ম্মচাৰীজনক পুনৰ কামত মকবল কৰিবৰ কাৰণে তেওঁৰ পৃষ্ঠপোষকসকলে বিশেষকৈ কংগ্ৰেছৰ মাতব্বৰসকল উঠি-পৰি লাগিল আৰু উপায়ুক্তৰ ওপৰত হেঁচা দিলে। উপায়ুক্তই মোক মাতি নি সুধিলে যে যদি কৰ্ম্মচাৰীজনে মোক মাফ খোজে তেন্তে তেওঁক পুনৰ মকবল কৰিলে কেনে হয়? মই ক'লো যে তেওঁক গভৰ্ণমেণ্টে নিলম্বিত কৰিছে, গতিকে এই বিষয়ে মই কোনো মতামত দিব নোৱাৰিম। ইফালে স্বাৰ্থজড়িত মহলে মোৰ আত্মীয়-স্বজনৰ হতুৱাই মোক ধৰালে যে কৰ্ম্মচাৰীজনে যদি প্ৰকাশ্যে মোক মাফ খোজে তেন্তে মই তেওঁক ক্ষমা কৰিব লাগে।

এদিন উপায়ুক্তই মোক মাতি সুধিলে যে কৰ্ম্মচাৰীজনে যদি মোৰ ওচৰত ক্ষমা ভিক্ষা কৰে তেন্তে তেওঁক মাৰ্জ্জনা কৰাত মোৰ কিবা আপত্তি আছেনেকি? মই ক'লো যদিহে কৰ্ম্মচাৰীজনে মোৰ অফিচ কম্পাউণ্ডত সকলোৰে সাক্ষাতত প্ৰকাশ্যভাৱে ক্ষমা খোজে আৰু গভৰ্ণমেণ্টে যদি নিলম্বিত কৰা হুকুম উঠাই লয় তেন্তে তেওঁক পুনৰ মকবল কৰাত মোৰ কোনো আপত্তি নাথাকিব।

ইয়াৰ কিছুদিনৰ পিছতে গভৰ্ণমেণ্টৰপৰা চিঠি আহিল যে কৰ্ম্মচাৰীজনে সকলোৰে আগত ক্ষমা খুজিলে পুনৰ মকবল কৰিব পৰা হ'ব। তেওঁক পুনৰ মকবল কৰাৰ পিছত মোৰ অফিচত কাপোৰ সূতাৰ পাৰ্মিট বিচৰা গুণ্ডাৰে ভৰি পৰিল। এদিন এনে পৰিস্থিতি হ'ল যে গুণ্ডাবিলাকে ঘেৰাও কৰি মোক অফিচৰ ভিতৰত সুমুৱাই থলে। এনে অৱস্থাতে মোৰ বন্ধু স্বৰ্গীয় প্ৰফুল্ল কুমাৰ ভূঞা ডাঙৰীয়া টেনিচ খেলি ঘৰলৈ ওভোত আহোঁতে মোক ঘেৰাও কৰি থোৱা দেখা পাই মোৰ অফিচৰ ভিতৰলৈ সোমাই গৈ মোৰ হাতত ধৰি বাহিৰলৈ লৈ আহিল আৰু ঘেৰাও কৰোঁতাবিলাক

পাব্লিচক দিয়া হ'ব বুলি কোৱাত সকলো ঘৰাঘৰি পলাল।

ইয়াৰ পিছত এদিন স্বৰ্গীয় হলধৰ ভূঞা ডাঙৰীয়া কংগ্ৰেছ প্ৰেচিডেণ্ট আৰু পাব্লিক ৰিলেচন অফিচাৰে উপায়ুক্তলৈ এখন চিঠি পঠালে যে যেই কোনো মানুহেই মোৰ অফিচৰপৰা কাপোৰ সূতাৰ পাৰমিট লৈ ক'লা বজাৰত বিক্ৰী কৰে। এনে কাম তুৰন্তে বন্ধ কৰাব লাগে। চিঠিখন পাই উপায়ুক্তই মোলৈ খবৰ পঠাই মোৰ মতামত বিচাৰিলে। মই লিখি পঠালো যে যিহেতু কংগ্ৰেছ প্ৰেচিডেণ্টজন পাব্লিক ৰিলেচন অফিচাৰো (P.R.O.) গতিকে তেখেতে সকলো মানুহ ভালকৈ চিনি পায়। মই ইয়াৰ স্থানীয় মানুহ নহয় কাৰণে মই নাপাওঁ; গতিকে পাৰমিট বিচৰা লোকসকল প্ৰথমে তেখেতৰ ওচৰলৈ গৈ লিখাই আনিলেহে ভৱিষ্যতে কাপোৰ সূতাৰ পাৰমিট দিয়া হ'ব। উপায়ুক্তই মোৰ কথাত ৰাজী হ'ল আৰু সেই দিনাৰপৰা মোৰ অফিচৰ আগত জুম খাই থকা পাৰমিট বিচৰা লোকসকল কংগ্ৰেছ প্ৰেচিডেণ্ট স্বৰ্গীয় ভূঞা ডাঙৰীয়াৰ ঘৰৰ আগত গোট খাবলৈ ধৰিলে। এনে ব্যৱস্থা কৰাত ভূঞা ডাঙৰীয়া খঙত একো নাই হৈ মোৰ ওচৰ পালেহি। মই ক'লো যে যিহেতু তেখেতে সকলো মানুহ ভালদৰে চিনি পায়, সেই কাৰণে ৰাইজৰ ভালৰ কাৰণে তেখেতক এই ভাৰ দিয়া হৈছে। তেখেতে মোক কলে যে তেখেতে এই কামৰ ভাৰ ল'ব নোৱাৰে; গতিকে যাক যেনেকৈ পাৰমিট দিব লাগে মই বিনা বাধাই আগৰ দৰে কৰি যাব লাগে। মই তেখেতৰ কথাত ৰাজী নহৈ নিৰ্বাচন কমিটিৰ মিটিং আহ্বান কৰালো। যথা সময়ত মিটিং বহিল আৰু সকলোৱে ভূঞা ডাঙৰীয়াক মোৰ কামত হকা-বাধা কৰিবলৈ মানা কৰিলে।

ইয়াৰ কিছুদিনৰ পিছত নগাঁও মহিলা সমিতিৰ প্ৰেচিডেণ্ট

যোগান বিভাগৰ মন্ত্ৰী নগাৰিলে আহোতে মই সূতাৰ পাৰমিট দিয়াত অনেক বিধি-পথালি কৰা বুলি আপত্তি জনালো। মন্ত্ৰীয়ে মোক আৰত্ত ভৰনলৈ মতাই আনি মোৰ কৈফিয়ৎ বিচাৰিলে। নগাৰিৰ উপায়ুক্ত আৰু মহিলা সমিতিৰ নেত্ৰীগৰাকীও তেখেতৰ কোঠাত বহি আছিল। মই মন্ত্ৰী ডাঙৰীয়াক ক'লো যে আগতে নিয়া সূতা-বিলাক কিমান শিপিনীক দিলে আৰু কিমান কাপোৰ উৎপাদন কৰিলে তাৰ কোনো হিচাপ দিব নোৱাৰাত পুনৰ সূতা দিব পৰা হোৱা নাই। যাহওক মন্ত্ৰী ডাঙৰীয়াই কোনো হিচাপ নিদিয়াকৈয়ে যদি সূতা দি থাকিবলৈ হুকুম দিয়ে তেন্তে সূতা দিব পৰা যায়। মন্ত্ৰী ডাঙৰীয়াই মহিলাগৰাকীক তুৰন্তে হিচাপ দাখিল কৰিবলৈ ক'লে যাতে পুনৰ সূতা নিব পাৰে।

ইয়াৰ কিছুদিনৰ পিছত এদিন ৰাতি প্ৰায় বাৰ বাজি যোৱাত এজন টেক্সটাইল চাব-ইন্সপেক্টৰ আহি মোক লগ ধৰিলেহি। কিয় আহিছে সোধাত তেওঁ মোক তেওঁৰ লগত হয়বৰ গাঁৱলৈ আহিবলৈ অনুৰোধ কৰিলে, কিয়নো মোৰ চহীত দিয়া বিশ বেল সূতাৰ এখন পাৰমিট পুলিচে আটক কৰিছে। মই কলো যে কাকো বিশ বেল সূতাৰ পাৰমিট দিয়া নাই; মোৰ চহী জাল কৰি এই সূতা নিব পাৰে। যা হওক আৰু এজন কৰ্ম্মচাৰী তেওঁৰ লগত লৈ গৈ সূতাখিনি পুলিচৰ হতুৱাই জব্দ কৰাই পাৰমিট নিয়া মানুহজনক পুলিচৰ হাতত চমজাই দিবলৈ ক'লো। কৰ্ম্মচাৰীজন নিৰুপায় হৈ গ'ল গৈ। পুলিচে মানুহজনক এৰেষ্ট কৰি হাজোতত ৰাখিলেহি। পিছদিনা পুৱা থানালৈ গৈ পালোগৈ যে এৰেষ্ট কৰা মানুহ-জন এজন প্ৰখ্যাত গুণ্ডা আৰু মোৰ চহীটো সম্পূৰ্ণ জাল। পুলিচ থানাৰ অ', চি, জনক তুৰন্তে চাৰ্জ শিট দি গোচৰটো

তাঁৰিবলৈ ক'লো যাতে এই ষড়যন্ত্ৰটো সোনকালে বাহিৰ হয়। পুলিচে সোনকালেই চাৰ্জ শিবট দি মোকদ্দমা দাখিল কৰিলে। মোলৈ সাক্ষী চমন আহিল আৰু নিৰ্দিষ্ট দিনত আদালতত হাজিৰ হলোগৈ। মোকদ্দমা উঠাৰ আগতে আচামী পক্ষৰ উকীলজনে মোক ধেমালিতে ক'লে যে মই এজন বম-ভোলা মানুহ কাৰণে আচামীজনে সুবিধা লৈ মোৰপৰা পাৰমিট-খন আনিলে। মই তৎক্ষণাত মেজিষ্ট্ৰেটজনক ক'লো যে আচামী পক্ষৰ উকীলজনে মোকদ্দমা জাৰি হোৱাৰ আগতে হাকিমৰ আগত পাকে-প্ৰকাৰে মই পাৰমিটত চহী দিয়াটো প্ৰমাণ কৰিবলৈ বিচাৰিছে, কথাটো সেই কাৰণে হাকিমৰ নজৰলৈ অনা হ'ল। মেজিষ্ট্ৰেটে আসামীৰ উকীলক এনে ধৰণৰ কথা কোৱা বেয়া বুলি কৈ মোৰ চহীটো জাল বুলি মোক বিদায় দিলে। ইতিমধ্যে চৰকাৰে কাপোৰ সূতাৰ কণ্ট্ৰল উঠাই দিলে আৰু মোক যোৰহাটত লিকুইডেটৰ হিচাবে কাম কৰিবলৈ দিলে।

— o —

# অষ্টম অধ্যায়

যথা সময়ত যোৰহাটলৈ আহি কামৰ ভাৰ ললোঁহি। কেই-মাহমান কাম কৰাৰ পিছতে কাগজে-পত্ৰে দেখা পালোঁ যে কেন্দ্ৰীয় চৰকাৰে পুনৰ কাপোৰ, সূতা, নিমখ, চেনিৰ দাম কণ্ট্ৰোল কৰিব। ইয়াকে দেখি মই ছিলঙত থকা সমবায় বিভাগৰ ডেপুটি ৰেজিষ্ট্ৰাৰজনলৈ সমবায় আন্দোলনটোক বৃহৎ আকাৰ দিবলৈ কিছুমান গ্ৰাহক সমবায় তুৰন্তে গঠন কৰি ৰাইজক সুলভ মূল্যত বস্তু যোগান দি লগে লগে নিবনুৱা সমস্যাটো দূৰীভূত কৰিবৰ কাৰণে এখন আঁচনি কৰি পঠালোঁ। এই আঁচনিখন স্বৰ্গীয় বিমলাপ্ৰসাদ চলিহাৰ হাতত পৰেগৈ। তেখেত সেই সময়ত সমবায় বিভাগৰ পাৰ্লিয়ামেণ্টৰী চেক্ৰেটেৰী আছিল। মিঃ টি. টি. এচ হেইলি সমবায় বিভাগৰ ৰেজিষ্ট্ৰাৰ ও গাঁও উন্নয়ন বিভাগৰ ডিৰেক্টৰ আছিল। মই এজন তল খাপৰ কৰ্ম্মচাৰী কাৰণেই বোধকৰোঁ মই দিয়া আঁচনিখন তেখেতসকলে কিছু সাল-সলনি কৰি আৰু সমবায় বিভাগৰ কৰ্ম্মচাৰীসকলক নাপাত্তা কৰি কংগ্ৰেছ মহলৰ জৰিয়তে গঠিত নতুন গাঁও উন্নয়ন বিষয়া আৰু গাঁও পঞ্চায়ত বিষয়াৰ জৰিয়তে আঁচনিখন কাৰ্যকৰী কৰাত দিহা লগালে।

১৯৪৭ চনৰ ফেব্ৰুৱাৰী মাহত মই নগাঁৱৰপৰা যোৰহাটলৈ আহোঁ আৰু ১৯৪৮ চনৰ শেষৰফালে পুনৰ কাপোৰ সূতাৰ কণ্ট্ৰোল হয়। কণ্ট্ৰোল হোৱাৰ লগে লগেই সমবায় বিভাগৰ ইন্সপেক্টৰসকললৈ আদেশ আহিল যে গাঁও সংগঠন অফিচাৰ

ও গাঁও পঞ্চায়ত চেক্রেটৰীসকলৰ লগলাগি একোখন সমবায় বেচা-কিনা সমিতি গঠন কৰিব লাগে। মোৰ আচঁনিত আছিল একে লেঠা-ৰিয়ে বাস কৰি থকা ২০০ বা ৩০০ ঘৰ মানুহৰ ভিতৰত একোখন গ্ৰাহক সমবায় হ'ব লাগে যাতে সকলোৱে ইজনে সিজনক ভালকৈ চিনে আৰু সমস্যাবিলাক সমাধানত হাতে-কামে লাগি যায় আৰু প্ৰতিঘৰ মানুহেই এই সমবায়খনৰ সমজুৱা হ'ব লাগিব। কিন্তু চৰকাৰে একোটা বিস্তৃত এলেকাৰ ভিতৰত একোখন সমবায় বেচা-কিনা ছচাইটি গঠন কৰাৰ আদেশ দিলে; য'ত ৩/৪ হেজাৰ ঘৰ মানুহৰ বসতি. বহুতে বহুতক চিনি নাপায় আৰু বেলেগ বেলেগ খেলৰ। কেৱল কণ্ট্ৰল দামত কাপোৰ, সূতা, চেনি, নিমখ আদি পাবৰ কাৰণে এই সমবায়ৰ পাঁচ টকা অংশ লৈ সমজুৱা হ'ব লাগিছিল। সমবায়খনৰ স্থায়ী উন্নতিৰ কাৰণে কোনোৱে যত্নপৰ নাছিল। পুনৰ কন্ট্ৰল উঠি যোৱাৰ লগে লগে এই সমবায়বিলাক উঠি গ'ল। সমবায়-বিলাকৰ চালকসকলৰ বেছিভাগেই দুৰ্নীতিপৰায়ণ লোক আছিল।

এনে ধৰণৰ সমবায়বিলাক গঠনৰ আগে আগে মই ছিলঙলৈ গৈ স্বৰ্গীয় বিমলা প্ৰসাদ চলিহাক লগ ধৰিলোগৈ। তেখেতক ক'লোগৈ যে এনে ধৰণৰ সমবায় বেছি দিন তিষ্ঠিব নোৱাৰিব। মোৰ কথাত তেখেত ক্ৰোধান্বিত হ'ল আৰু কলে যে কম সমজুৱাৰে গঠিত সমবায় সমিতিবিলাকে চৰকাৰৰ ধনৰে যাৱতীয় খৰচ আদি বহন কৰিব নোৱাৰিব; গতিকে অৰ্থৰ অভাৱত সোনকালে উঠি যাব। তেখেতে মোক ক'লে যে এইবাৰ যদি সমবায় বিষয়াসকলে ভালকৈ কাম নকৰে তেন্তে সেইসকলক বিদায় দি নতুন কৰ্ম্মচাৰী ল'ব লাগিব। তেখেতৰ এনে মন্তব্যত ময়ো মৰ্ম্মাহত হ'লো আৰু ক'লো যে কণ্ট্ৰলৰ পিছত এনে ধৰণৰ সমবায়বিলাক উঠি যোৱাটো

নিৰ্ঘাত আৰু তেখেতৰ যদি সমবায় কৰ্ম্মচাৰীসকলৰ ওপৰত আস্থা নাই তেন্তে অন্ততঃ মোক এই কামৰপৰা অব্যাহতি দিলে ভাল হয়। তেখেতে একো নকৈ চাহ-তামোল খুৱাই মোক বিদায় দিলে আৰু মাত্র ক'লে যে সৰু সমবায় সমিতি গঠন কৰা নহ'ব।

ঘূৰি আহি চৰকাৰৰ আঁচনি মতে গাঁও উন্নয়ন অফিচাৰ আৰু গাঁও পঞ্চায়ত অফিচাৰসকলে বান্ধি দিয়া এলেকাৰ ভিতৰত একো-খন সমবায় বেচা-কিনা ছচাইটি গঠন কৰা হ'ল। লগে লগেই প্রতি মহকুমাতে একোটা এপেক্স বেংকৰ শাখা খুলিবলৈ লোৱা হ'ল। হাঁহি উঠা কথা যে চৰকাৰে এপেক্স বেংক খুলিলে তলত কোনো সমবায় বেংক নোহোৱাকৈয়ে। এনে তথাকথিত এপেক্স বেংকৰ শাখাবিলাকত অসমৰ উঠি যোৱা কমাৰ্চিয়েল বেংকবিলাকৰপৰা ব্ৰাঞ্চ মেনেজাৰসকলক লোৱা হ'ল আৰু দুই এজন সমবায় বিভাগৰপৰাও লোৱা হ'ল। সমবায় বিভাগৰপৰা লোৱা ব্ৰাঞ্চ মেনেজাৰসকলৰ দৰমহা বাহিৰৰপৰা অনাসকলতকৈ বহুত কম।

ইয়াৰ পিছত চলিহা ডাঙৰীয়াই তিনি কোটি টকাৰ কাপোৰ সূতা এজন অফিচাৰ মাৰফত কাৰ বম্বেৰ মিলবিলাকৰপৰা আনিবলৈ দিহা কৰিলে। কোৱা বাহুল্য যে এই অফিচাৰজনৰ কাপোৰ সূতাৰ কাৰবাৰৰ কোনো অভিজ্ঞতা নাছিল। ফলত বহুত অনা-গতিয়াল কাপোৰ সূতা বানপানী অহাৰ দৰে প্রতি জিলা ও মহকুমাৰ সদৰলৈ আহিবলৈ ধৰে।

এই কাপোৰ সূতাবিলাক বিতৰণৰ কাৰণে একোজন চুপাৰিণটেনডেণ্ট অব ডিষ্ট্ৰিবিউচনৰ দৰকাৰ হ'ল। অসম পাব্লিক চাৰ্ভিচ কমিছনে এই কামৰ কাৰণে প্ৰাৰ্থীৰপৰা দৰ্খাস্ত বিচাৰিলে। ইতিমধ্যে চিনিয়ৰ ক'অপাৰেটিভ ইন্সপেক্টৰসকলক একোখন চেণ্ট্ৰেল ট্ৰেডিং ক'অপাৰেটিভ গঠন কৰিবলৈ আদেশ

আহিল। সকলোবিলাক বেচা-কিনা সমবায় সমিতি লৈ এই চেণ্ট্ৰেল ট্ৰেডিংবিলাক প্ৰতি মহকুমাতে গঠিত হ'ল। চেণ্ট্ৰেল ট্ৰেডিংবিলাকৰ সভাপতি হ'ল জিলাৰ উপায়ুক্ত আৰু মহকুমাৰ এচ ডি, অ, ; সম্পাদক হ'ব চুপাৰিণটেনডেণ্ট অব ডিষ্ট্ৰি-বিউচন। চৌবিশজন সদস্য সহ এখন এডমিনিষ্ট্ৰেটিভ কাউন্সিল গঠিত হ'ল।

যথা সময়ত চুপাৰিণটেনডেণ্ট অব ডিষ্ট্ৰিবিউচনৰ কাৰণে মোক আৰু অন্যান্য প্ৰাৰ্থীসকলক ডিব্ৰুগড় আবৰ্ত্ত ভৱনলৈ মাতিলে। মই এই কামৰ কাৰণে বাচনিত পৰিলো আৰু যোৰহাটতে মোক কাম কৰিবলৈ দিলে। মই কামৰ ভাৰ লোৱাৰ লগে লগেই জে, ডামব্ৰেক, আই, চি, এচ, ডিব্ৰুগড়ৰপৰা যোৰহাটলৈ বদলি হৈ আহে। তেখেতৰ আগত মোৰ অতি প্ৰিয় বন্ধু স্বৰ্গীয় সত্যেন বৰকটকী অলপ দিন যোৰহাটত ডি, চি, হৈ আছিল আৰু তেখেতৰ সহায়ত কাপোৰ সূতাবিলাক ৰাখিবৰ কাৰণে কেইবাটাও গুদামঘৰ ৰিকুই-জিচন্ কৰাই ল'ব পাৰিছিলো। তেখেত যোৱাৰ পিছতো ডামব্ৰেক চাহাবেও মোক যেই কোনো কথাতে সহায় কৰিছিল।

কাপোৰ সূতাৰ বেলবিলাক দৈনিক ডবাই ডবাই আহিবলৈ ধৰিলে আৰু এইবিলাক থ'বৰ কাৰণে যোৰহাটত আৰু কোনো খালী ঘৰ পাবলৈ নাইকিয়া হ'ল। যিমানবিলাক খালী ঘৰ আছিল এই সকলোবিলাক ৰিকুইজিচন কৰি লোৱা হ'ল।

এদিন মই বেলৰ ডবাত থকা কাপোৰ সূতাবিলাক চাবলৈ যাওঁতে ষ্টেচনৰ কাষতে থকা দুটা ডাঙৰ খালী ঘৰ দেখা পালো। ঘৰ দুটাৰ ওপৰত মুধচ (ৰৌজিং) নাছিল আৰু ইটো সিটোৰ লগত দীঘে দীঘে লগা; মাত্ৰ মাজতে এখন দেৱাল দিলেই দুয়োটা ঘৰ এটা হৈ পৰিব। ঘৰকেইটা যোৰহাট টেক্নিকেল স্কুলৰ চৌহ-

দৰ ভিতৰত একেবাৰে এমুৰীয়া ঠাইত। মই ঘৰকেইটা দেখি ওচৰলৈ আহি ভালদৰে চালোঁহি। গম পালোঁ এইকেইটা ঘৰ; যুদ্ধৰ সময়ত মিলিটেৰীয়ে খাৰ-বাৰুদ থ'বৰ কাৰণে সাজিছিল, কিন্তু ঘৰ সম্পূৰ্ণ নৌ হওঁতেই যুদ্ধ বিৰতি ঘোষণা হ'ল আৰু ঘৰ দুটা সেইদৰেই পৰি থাকিল। ঘৰৰ পকাখন একেবাৰে জেক নুঠা, যিহেতু খাৰ-বাৰুদ থ'বৰ কাৰণে ইয়াক সজা হৈছিল। ঘৰ দুটাৰ দীঘে প্ৰায় ১৫০ ফুট আৰু বহলে প্ৰায় ৫০ ফুটমান হ'ব। ঘৰ দুটাৰ বেৰ আৰু মুধচৰ টিন ও নেওৰা লগালে অতি উৎকৃষ্ট ধৰণৰ গুদাম হ'ব। এই ঘৰ দুটা ল'ব পাৰিলে একে ঠাইতে কাপোৰ, সূতা, নিমখ, চেনি থ'ব পৰা যায়। মাত্ৰ এটা ঘৰতে সকলো বস্তু থ'বৰ কাৰণে যথেষ্ট হ'ব আৰু আনটো ঘৰত গুদামৰ হিচাপ-পত্ৰ ৰখা, কাপোৰ সূতাৰ বেল খোলা, ট্ৰাকত বস্তু-বাহানি উঠোৱা-নমোৱা কাম অতি সুচাৰুৰূপে হ'ব পাৰিব। কেৱল কেই-বান্দোলমান টিনপাত হ'লেই ঘৰকেইটা গুদামৰ উপযোগী কৰি ল'ব পৰা হ'ব। ঘৰকেইটা টেকনিকেল স্কুলৰ প্ৰিন্সিপালৰ তত্বাৱধানত আছিল। স্বৰ্গীয় ইন্দ্ৰকান্ত হাজৰিকা সেই সময়ত স্কুলৰ প্ৰিন্সিপাল আছিল। অকণো সময় নষ্ট নকৰাকৈ মই পোনে পোনে গৈ তেখেতক লগ ধৰি কলোঁগৈ যে সেই বেৰ ও মুধচ নোহোৱা খালী ঘৰ দুটা মোক কাপোৰ, সূতা, নিমখ, চেনি ৰাখিবৰ কাৰণে ব্যৱহাৰ কৰিবলৈ দিব লাগে। তেখেতে গভৰ্ণমেণ্টৰ হুকুম নহ'লে দিব নোৱাৰি বুলি ক'লে। মই ক'লোঁ যে মই থ'ব খোজা বস্তু-বিলাক গভৰ্ণমেণ্টৰহে; এনেস্থলত তেখেতে এইখিনি সুবিধা কৰি দিলে গভৰ্ণমেণ্টে তেখেতক প্ৰশংসাহে কৰিব। তেখেত কোনো পধেই ৰাজী নোহোৱাত ডামবেলক চাহাবৰ ওচৰ পালোঁগৈ।

ডামবেৰ্ক চাহাবে হাজৰিকাক মাতি পঠালে আৰু ক'লে যে তেখেত জিলাৰ উপায়ুক্ত আৰু টেক্নিকেল স্কুলৰ কাৰ্য্যকৰী সমিতিৰ সভাপতি ; এনে এটা পৰিস্থিতিত গভৰ্ণমেণ্টৰ হুকুম অহালৈ বাট চাই থাকিব নোৱাৰিব । ঘৰ দুটা তৎক্ষণাত মোক চমজাই দিবলৈ ক'লে ।

মই জানিব পাৰিলো যে হাজৰিকাৰ পৰিবাৰ ফায়াৰ ইন্সুৰেন্স কোম্পানীৰ এজেণ্ট গতিকে বিশলাখ টকাৰ ইন্সুৰেন্সৰ এটা প্ৰস্তাৱ লৈ তেখেতৰ ওচৰ পালোগৈ । ইমান লাভজনক প্ৰস্তাৱ এটা পাই তেখেতে ভাল পালে আৰু মোক সকলো ৰকমে সহায় কৰিবলৈ লাগি গ'ল । গুদামটোত টিনপাতৰ বেৰ দিয়া আৰু অন্যান্য খাচ-খুচ কাম কৰিবৰ কাৰণে তেখেতে মোক এজন অসমীয়া ঠিকাদাৰ দিলে । ঘৰটো গুদামৰ উপযোগী হয় মানে তেখেতৰ কাৰখানাৰে এটুকুৰা বহল-আহল ঠাইত কাপোৰ সূতাৰ বেল-বিলাক থ'বলৈ দিলে । টিনপাতৰ পাৰমিটৰ কাৰণে ডি, চিৰ ওচৰলৈ গ'লো আৰু কথাটো কোৱা মাত্ৰেই এখন কাগজ টানি আনি ৰঙা পেঞ্চিলেৰে লিখি এটা আদেশ দিলে যে গুদাম ঘৰটো সম্পূৰ্ণ নহয় মানে টিনপাতৰ পাৰমিট কেৱল চুপাৰিণ্টেনডেণ্ট অব ডিষ্টিব্ৰিউচনেহে দিব পাৰিব আন কোনেও নোৱাৰে । এতিয়া মোৰ কামটো বৰ সহজ হৈ পৰিল । ৺হাজৰিকা ডাঙৰীয়াই মিলিটেৰীয়ে এৰি থৈ যোৱা বৰ গধুৰ টিনপাত-খিনি মোক দিলে । ইয়াৰ এখন ৪/৫ জন মানুহেহে উঠাব পাৰে ; গতিকে দুৱাৰ আৰু বেৰৰ কাৰণে অতি উৎকৃষ্ট হ'ব । মাত্ৰ ১২০০ ( বাৰশ ) টকাৰ খৰচত ঘৰটো তিনি সপ্তাহৰ ভিতৰতে সম্পূৰ্ণ কৰা হ'ল আৰু ডামব্ৰেক চাহাবক ঘৰটো চাবলৈ মাতিলো । ঘৰটো দেখি তেখেতে বৰ সন্তোষ পালে

আৰু সকলোবিলাক কৰ্মচাৰীকে মুকলি হৈ থকা ঘৰটোত বহুৱাই চাহ খুৱাই সকলোৰে লগত এখন গ্ৰুপ ফটো ল'লে। ইয়াৰ পিছৰপৰা পূৰ্ণ উদ্যমত কাম চলিবলৈ ধৰিলে। স্বৰ্গীয় হাজৰিকাই ইণ্ডুৰেঞ্চ কৰোৱা কথাটো বাদ দিলে।

কাপোৰ সূতাৰ বেলবিলাকৰ লগত কোনো ইন্‌ভইচ নহাত বা আহিলেও ডিব্ৰুগড়, নগাঁও, গুৱাহাটীলৈ যাবলগা ইন্‌ভইচ যোৰহাটলৈ আহে আৰু যোৰহাটৰ ইন্‌ভইচবিলাক অন্য ঠাইলৈ যোৱাত এটা সমস্যাৰ কথা হৈ পৰিল। ইফালে এপেক্স বেংকৰ ব্ৰাঞ্চৰ জৰিয়তেহে এই কাপোৰ সূতাৰ বেলবিলাক বেংকৰ টকাৰে লৈ বেংকৰ সৈতে যুটীয়াভাৱে গুদামত থ'বলৈ আদেশ আহিল। কোৱা বাহুল্য যে বেংকৰ শাখা খোলাৰ আগতে যিমানবিলাক কাপোৰ সূতা আহিছিল সেইবিলাক খুলি প্ৰাথমিক সমবায়বিলাকক কাপোৰত মাৰি থোৱা দামৰ ওপৰত আৰু আন ঠাইৰ ইন্‌ভইচ হ'লেও সূতাৰ কোন কাউণ্টাৰৰ কিমান দাম সেইবিলাক চাই সমবায়বিলাকত দিয়া হৈছিল। সমবায়বিলাকৰপৰা প্ৰথম অৱস্থাত নগদ দাম লৈ কাপোৰ সূতা দিয়া হৈছিল আৰু বিক্ৰীৰ টকা ৰাতিটোৰ কাৰণে স্বৰ্গীয় প্ৰসন্ন বৰুৱা ভাইচ্‌চেয়াৰমেন বা নামজাদা মাৰোৱাৰীৰ দোকানত ৰখা হৈছিল; পিছত উপায়ুক্তৰ আদেশ লৈ যোৰহাট ট্ৰেজাৰীত চীল মৰা বাকচত ভৰাই থোৱা হৈছিল আৰু সমিতিৰ মানুহক যিমান কাপোৰ সূতা লাগিব তাৰ একোটা হিচাপ কৰি দামটো আগতে ট্ৰেজাৰীত জমা দিলেহি কাপোৰ সূতা দিয়াৰ ব্যৱস্থা কৰা হ'ল। ইফালে এপেক্স বেংকৰ শাখা মেনেজাৰে কাপোৰ সূতাৰ বেলবিলাক নোখোলাকৈয়ে এটা আনুমানিক মূল্যত টকা দি বেংকৰ জইণ্ট কাষ্টডিত (joint custody) ৰাখিবলৈ তাগাদা দিবলৈ ধৰিলে। বেলবিলাক খোলোতে এখন ৰেজেষ্টেত

অফিচাৰক আগত ৰাখি খোলা হয় আৰু বেল ৰেজিষ্ট্ৰাৰত তেখেতৰ চহী লোৱা হয়।

এই খোলা কাপোৰবিলাক গুদামত ৪৯ ভাগ কৰি থোৱা হয়; কিয়নো ৪৯ খন সমবায় বেচা-কিনা ছচাইটিকহে কাপোৰ সূতা দিব পাৰি। প্ৰতিভাগতে সকলো ধৰণৰ কাপোৰ সূতা সমানভাৱে দিয়াৰ ব্যৱস্থা হ'ল। কাপোৰ সূতা বিতৰণৰ কাম আৰু গুদাম সজাব খৰচ যোৰহাট চেণ্ট্ৰেল ট্ৰেডিঙে বহন কৰিব লগা হ'ল, যিহেতু চৰকাৰৰপৰা কোনো খৰচ-পাতি দিয়া হোৱা নাছিল। এইবিলাক খৰচৰ পৰিপূৰণ কৰিবৰ কাৰণে কাপোৰ বিক্ৰীৰ ওপৰত চেণ্ট্ৰেল ট্ৰেডিঙে শতকৰা দুটকাকৈ কমিশ্যন লৈছিল। কাপোৰ সূতা বিতৰণৰ চৰকাৰৰ চাকুলাৰ মতে শতকৰা দুই টকাকৈ লোৱাটো বিধিসন্মত আছিল। চুপাৰিণটেনডেণ্ট অৱ ডিষ্ট্ৰিবিউচনক (Superintendent of Distributior) সমস্ত দায়িত্ব দিয়া হৈছিল। গুদামত থোৱা মাল-বস্তুবিলাকৰ কিবা হানি-বিঘিনি হ'লে চুপাৰিণটেনডেণ্ট ব্যক্তিগতভাৱে দায়ী হব।

এপেক্স বেংকৰ শাখাবিলাক খোলাৰ পিছত আন সকলো ঠাইতে সকলো কাপোৰ সূতাৰ বেল বেচা-কিনাৰ ব্যৱস্থা বেংকৰ লগত কেছ ক্ৰেদিত (Cash-Credit)ৰ ব্যৱস্থা কৰি বেংকৰ তলা লগাই চেণ্ট্ৰেল ট্ৰেডিঙৰ গুদামত থ'ব লাগিছিল। কাপোৰ সূতাৰ বেলবিলাকৰ লগত ইনভইচ নহাত এনে ব্যৱস্থাত মই ৰাজী নহলো; কিয়নো বেলবিলাকৰ ভিতৰত কি আছে তাক নজনাকৈয়ে বেংকৰপৰা টকা ল'ব নোৱাৰি। বেংকৰ জবিয়তে এনেভাৱে কাম কৰিবলৈ আপত্তি জনোৱাৰ কাৰণে মোৰ ওপৰত ডিচিপ্লিনেৰী একচন (Disciplinary action) ল'বৰ কাৰণে

চৰকাৰে উপায়ুক্তলৈ লিখিলে। ইফালে ডিব্ৰুগড়ত উপায়ুক্তজনে বেলবিলাক নোখোলাকৈয়ে আনুমানিক মূল্যত ট্ৰেডিং ছুচাইটি-বিলাকক দিবলৈ আৰম্ভ কৰিলে। যোৰহাটত এনে ব্যৱস্থা নকৰাত তেখেত যোৰহাটলৈ আহি যোৰহাটৰ উপায়ুক্তক তেওঁ কৰাৰ দৰে যোৰহাটতো কৰিব লাগে বুলি পৰামৰ্শ দিলেহি। যোৰহাটৰ উপায়ুক্তই মোক মতাই আনিলে আৰু মিঃ জাৰ্মানৰ (ডিব্ৰুগড়ৰ উপায়ুক্ত) পৰামৰ্শটো আমি গ্ৰহণ কৰিব পাৰোনে নোৱাৰো তেখেতৰ লগত আলোচনা কৰিব লাগে বুলি ক'লে। কোৱা বাহুল্য যে মিঃ জাৰ্মানিক মই ধুবুৰীত পাইছিলো আৰু সেই বিষয়ে মোৰ ধুবুৰীৰ আখ্যানত লিখি আহিছো।

মিঃ জাৰ্মানে বহুত দিনৰ মূৰত মোক লগ পাই বৰ ভাল পালে আৰু মোক ক'লে কাপোৰ সূতাবিলাক খুলি বিক্ৰী কৰিলে চুৰি-চাপাচি হৈ বহুত বিপদ হ'ব পাৰে। তেখেতৰ এনে সাৰুৱা উপদেশৰ কাৰণে ধন্যবাদ দি ক'লো যে এখন সমিতিয়ে কেৱল একবেল বা দুবেলহে কাপোৰ বা সূতা নিব পাৰে, যিহেতু তেওঁলোকৰ মূলধন বৰ কম। কোনো বেংকে বা চৰকাৰে এওঁলোকক কোনো ঋণ নিদিয়ে, গতিকে তেওঁলোকে গোটা বেল নিবলৈ হ'লে চোৰাং বেপাৰীৰ লগত হাত মিলাব লাগিব আৰু চৰকাৰৰ গোটেই আঁচনিখন অচল কৰি পেলাব। মোৰ এই ব্যাখ্যাত ডামব্ৰেক চাহাব বৰ সন্তুষ্ট হ'ল। তথাপি জাৰ্মান চাহাবে যাতে বেয়া নাপায় সেইবাবে তেখেতৰ পৰামৰ্শবিলাক বৰ সাৰুৱা বুলি ক'লে আৰু ক'লে যে তেখেতে বহুত অভিজ্ঞতাৰ ভিত্তিত আমাক এনে উপদেশ দিছে গতিকে তেখেতৰ কথাবিলাক মনোযোগ কৰি আমি কাম কৰিব লাগিব।

জাৰ্মান চাহাব ডিব্ৰুগড়লৈ উলটি গ'ল। ইফালে চৰকাৰে

মোৰ ওপৰত ডিচিপ্লিনেৰী একচন ল'বলৈ কোৱাৰ বিষয়ে লিখিলে যে সকলো কাম তেখেতৰ ( ডি, চি ৰ ) অনুমোদন সাপেক্ষহে কৰা হৈছে গতিকে যি দায়-দোষ হৈছে সেইবিলাক সকলো তেখেতৰ ।

এনেতে সমবায়ৰ ৰেজিষ্ট্ৰাৰ টি. টি, এচ, হেইনিয়ে ছুটী ল'লে; বোধকৰো চৰকাৰে পুঁজিপতি নিৰ্মূল কৰা আঁচনিখন সহ্য কৰিব নোৱাৰি হেইনি চাহাবক অবহেলা কৰিবলৈ ধৰিলে। ছুটীৰ ভিতৰতে তেখেত এদিন আহি যোৰহাট পালেহি। মোৰ অফিচৰ কাৰ্যোদি খোজ কাঢ়ি গৈ থাকোতে মোক দেখি মাতিলে আৰু মই কেনে ধৰণৰ কাম কৰিছো আৰু কি অসুবিধা হৈছে সুধিলে। মই তেখেতক সকলো কথা ভাঙি-পাতি ক'লো। তেখেতে মোৰ কাৰ্মবিলাক শলাগি গ'ল আৰু নিভীকভাৱে কাম কৰি যাবলৈ ক'লে। ডামৰেক চাহাবেও মোৰ সকলো কথা চকু মুদি সমৰ্থন কৰা হ'ল।

মোক লৈ চৰকাৰ সমস্যাত পৰিল। এফালে এপেক্সৰ শাখাৰপৰা কাপোৰ সূতাৰ কাৰণে টকা-পইচা নোলোৱাত যোৰহাট শাখাত বেংকে কোনো কাম আৰম্ভ কৰিব পৰা নাই; আনহাতে বেপাৰীসকলে দোকানত তলা-চাবি মাৰিব লগা হ'ল, যিহেতু কোনো কাপোৰ সূতা তেখেতসকলে পাবৰ উপায় নাইকিয়া হ'ল। মোৰ কাম পুৰাদমত চলিবলৈ ধৰিলে। গুদামত বস্তুবিলাক থোৱা-মেলা কৰা আৰু ট্ৰাকৰপৰা টঠোৱা-নমোৱা কৰিবৰ কাৰণে বহুত মজদুৰ দৰকাৰ হোৱাত মই মোৰ গাঁৱৰ মানুহবিলাক আনি এই কামত লগালোহি। এই মানুহখিনিয়ে পুৰুষানুক্ৰমে আমাৰ বাগানত কাম কৰি আহিছে, গতিকে এওঁবিলাকক সহায় কৰিব পৰাটো এটা ডাঙৰ কথা। আনহাতে বিহাৰী মজদুৰ লগালে

চোৰাং বেপাৰীয়ে ইহঁতক হাত কৰি বহুতো গণ্ডগোল লগোৱাৰ সম্ভাৱনা দেখিলো। এই মানুহখিনি এনে বিশ্বাসী হ'ব লাগিব যাক ৰাতি-দিন গুদামৰ ভিতৰত এনে কৰিবলৈ দিব পাৰি। কোৱা বাহুল্য যে প্ৰাথমিক সমবায়বিলাকৰ কৰ্মকৰ্ত্তাসকল বহুতো দূৰৈৰপৰা কাপোৰ সূতা নিবলৈ আহিব লাগে আৰু তেওঁ-বিলাক ৰাতি থকাৰ কোনো ব্যৱস্থা নাই; গতিকে এওঁবিলাক মানুহৰ কাৰণে ৰাতিও গুদাম খোলা থাকে যাতে তেওঁলোকসকলে কাপোৰ সূতা লৈ একেদিনাই উভতি যাব পাৰে। পূজা, ৰঙালী বিহু আদি পৰ্ব্বত গোটেই দিন গোটেই ৰাতি কাপোৰ সূতা বিতৰণ কৰি থকা হয়। এই খাটনিৰ বাবে সকলোকে অনবৰত চাহ-জলপান খুৱাই ৰখা হয় আৰু ওপৰঞ্চি খাটনিৰ কাৰণে প্ৰতি ঘণ্টা হিচাপে খাটনি দিয়া হয়। কাপোৰ সূতা উলিওৱা-সুমুৱা কৰাৰ সময়ত গুদামৰ দুৱাৰ মুখত টেক্সটাইল ইন্সপেক্টৰজনক ৰখা হয়। তেওঁতে কেচ্-মেম'খনৰ মতে সকলো কাপোৰ সূতা গৈছেনে নাই তাক গাড়ীত উঠোৱাৰ আগতে পৰীক্ষা কৰে যাতে কোনো ৰকমেই গুদামৰপৰা বেছি বা কম মাল ওলাই নাযায়। মইয়ো অনবৰতে গুদামৰ মুকলি ঘৰটোত মেনেজাৰজনে কেচ্ মেম' লিখাৰ ওচৰতে বহি থাকো। টেক্সটাইল ইন্সপেক্টৰে পৰীক্ষা কৰা কেচ্ মেম'খনত তেওঁৰ চহী থাকিব লাগিব। চেণ্ট্ৰেল ষ্ট্ৰেডিঙৰ মেনেজাৰে গাড়ীত উঠোৱাৰ আগতেই কেচ্ মেম'ত ইন্সপেক্টৰৰ চহী আছেনে নাই তাক চাইহে মাল গাড়ীত উঠাবলৈ দিয়ে। এনে ব্যৱস্থা কৰাৰ কাৰণে হেজাৰ হেজাৰ বেল কাপোৰ সূতা খুলি খন খনকৈ বা মুঠা মুঠাকৈ বিক্ৰী কৰাৰ কাৰণে ভগৱানৰ কৃপাত গুদামত কোনো কাপোৰ সূতা চুৰি-চাপাচি হ'ব নোৱাৰিলে।

ইয়াৰ পিছত চেনি বিতৰণৰ ভাৰ চেণ্ট্ৰেল ট্ৰেডিংবিভাগকক দিয়া হ'ল। এপেক্স বেংকৰ মেনেজিং ডিৰেক্টৰজন যোৰহাটলৈ আহিল আৰু মোক লগ ধৰি ক'লে যে যোৰহাটলৈ যিমান চেনি আহিব তাৰ আধা চেনি পাইকাৰী ব্যৱসায়ীসকলৰ কাৰণে এৰি দিব লাগিব আৰু বাকী আধা চেণ্ট্ৰেল ট্ৰেডিঙে বিতৰণ কৰিব, কিয়নো বেংকে গোটেই চেনি কিনাৰ টকা দিব নোৱাৰিব। মই ক'লো যে এনে আধা-আধিৰ কাৰবাৰ মই নকৰো। দিলে গোটেই চেনি চেণ্ট্ৰেল ট্ৰেডিঙক দিয়ক, নহ'লে গোটেইখিনি পুঁজিপতি মহাজনসকলক দিয়ক। মোৰ কথাত তেখেত জ্বলি-পকি উঠিল আৰু ক'লে যে তেখেতে চেনি বিতৰণৰ কাৰণে চেণ্ট্ৰেল ট্ৰেডিঙত টকা নিদিলে কি হ'ব? মই উত্তৰ দিলো যে কি হ'ব মই আপোনাক নকওঁ, অৱস্থা চাই ব্যৱস্থা কৰিব লাগিব। মোক সৈমান কৰিব নোৱাৰি তেখেত ডি, চি, ডামৰেৰক চাহাবৰ ওচৰ পালেগৈ। ডি চি, এ মোক মাতি পঠালে আৰু সুধিলে, মইনো কিয় আধা চেনি বেপাৰীসকলক এৰি দিব নোৱাৰো। বেংকে টকা নিদিলে মই কি কৰিম? মই ডি, চি, চাহাবক ক'লো যে যদি আধা চেনি বেপাৰীসকলালৈ এৰি দিয়া হয় তেন্তে বেপাৰীসকলে যোগান বিভাগক খাটি-লুটি তেওঁ-লোকৰ চেনিখিনি আগতে বিক্ৰী কৰাৰ ব্যৱস্থা কৰিব আৰু আমাৰ চেনি বহুত দিন গুদামত পৰি থাকি গলিবলৈ ধৰিব। ইয়াৰ বাহিৰেও চুৰি-চাপাচিৰ ভয় আৰু বেংকৰ চক্ৰবৃদ্ধি সুত ভৰি থাকিব লাগিব। এনে পদ্ধতিত যোৰহাট চেণ্ট্ৰেল ট্ৰেডিং একেবাৰে দেৱলীয়া হ'ব। ডি, চি, নিজেই চেণ্ট্ৰেল ট্ৰেডিঙৰ চেয়াৰমেন আৰু মই চেক্ৰেটাৰী, গতিকে জানি-শুনি এনে প্ৰস্তাৱ কেতিয়াও গ্ৰহণযোগ্য নহয়। ডি, চিএ মোক সমৰ্থন কৰিলে আৰু মেনেজিং ডিৰেক্টৰক বিদায় দিলে।

ইয়াৰ পিছত ডি. চিক মই এটা প্ৰস্তাৱ দিলো যে যিহেতু যোৰহাট চেণ্ট্ৰেল ট্ৰেডিঙক চেনি ব্যৱসায়ৰ কাৰণে বেংকে টকা নিদিয়ে, সিহেতু ডি, চি, এ কিছুমান পাইকাৰী ব্যৱসায়ীৰপৰা ৪০/৫০ হাজাৰকৈ টকা জমা লৈ তেওঁলোকৰ জৰিয়তে চেনি খুচুৰা ব্যৱসায়ীক দি ৰাইজৰ চাহিদা পূৰণ কৰিব লাগে আৰু লগে লগে যোগান বিভাগত সকলো কথা জনাই চেনি যাতে ক'লা বজাৰলৈ নাযায় তাৰ ব্যৱস্থা কৰিব লাগে। উপায়ুক্তই মোৰ পৰামৰ্শত বিনা বাধাই মান্তি হ'ল আৰু চেনিৰ কাৰণে বেংকৰপৰা কোনো টকা নোলোৱাকৈয়ে চেনি বিতৰণৰ ব্যৱস্থা কৰিব পৰা হ'ল।

চেনিৰ পিছত নিমখৰ কাৰবাৰ আহিল। গুৱাহাটীত থকা আসাম ট্ৰেডিং ক'অপাৰেটিভে গোটেই অসমৰ কাৰণে নিমখৰ একচেটিয়া কাৰবাৰ ললে। অসমৰ সকলো চেণ্ট্ৰেল ট্ৰেডিঙৰ জৰিয়তে নিমখ বিতৰণৰ ব্যৱস্থা কৰা হ'ল। সেই সময়ত নিমখৰ কণ্ট্ৰল দাম বেগত ১৭·৫০ টকা আছিল। যোৰহাটত নিমখৰ পাইকাৰী কাৰবাৰ খুব ভাল চলে, কিয়নো নগাপাহাৰ, মাজুলী আদিৰ কাৰণে নিমখ নিবলৈ বহুত বেপাৰী আহে। প্ৰতি বেগত প্ৰায় ৯·৫০ টকা আৰু ১০·০০ টকাৰ ভিতৰত নিমখ আহি গুদাম সোমাইহি। সেই সময়ত নিমখ যোৰহাটলৈ জাহাজত আহিছিল আৰু জাহাজঘাটৰপৰা ট্ৰাকেৰে নিমখ আনিব লগা হোৱাত কিছু খৰচ হোৱাতহে বেগে প্ৰতি ওপৰত দাম পৰিছিল। প্ৰাথমিক ট্ৰেডিং সমবায়সকলক প্ৰতি বেগত ১১ টকা আৰু পাইকাৰী বেপাৰীসকলক প্ৰতি বেগে ১৪ টকাকৈ দিবলৈ স্থিৰ কৰা হ'ল। সেই সময়ত নিমখ বেগ হিচাপেহে বিক্ৰী হৈছিল, ওজন কৰিব নালাগিছিল। জাহাজত ফাটি-চিটি অহা বেগবিলাক ভালকৈ

চিলোৱাই গুদামত থাক পাতি থোৱা হয়। বেগত ১৪ টকাত নিমখ নিবলৈ যথেষ্ট সংখ্যক গ্ৰাহক নহিবলৈ ধৰিলে আৰু চেণ্ট্ৰেল ট্ৰেডিঙে বেগত অনায়াসে ৩/৪ টকা মুনাফা ল'ব পাৰিছিল। কংগ্ৰেছৰ তৰফৰপৰা যোৰহাট চেণ্ট্ৰেল ট্ৰেডিঙে নিমখৰ ব্লেক মাৰ্কেট কৰিছে বুলি কাগজে-পত্ৰই হুলস্থুল লগাই দিলে ; যিহেতু অসমৰ অন্যান্য চেণ্ট্ৰেল ট্ৰেডিংবিলাকে নিমখ বেগত দহ টকাকৈ সকলোকে দিছিল। যোৰহাটত ইয়াৰ ব্যতিক্ৰম হ'ল। এই হুলস্থুলীয়া পৰিস্থিতিৰ ভিতৰতে এদিন এজন কংগ্ৰেছ নেতাই মোক তেখেতৰ ওচৰলৈ মাতি পঠালে। মই তেখেতৰ ওচৰ পোৱাত মোক সুধিলে যে চেণ্ট্ৰেল ট্ৰেডিঙে নিমখ কিমান দামত কিনে আৰু কিমানত বেচে? মই ক'লো যে প্ৰাথমিক সমবায় ট্ৰেডিংবিলাকক বেগে প্ৰতি এঘাৰ টকা আৰু বাকী পাইকাৰী বেপাৰীক বেগত চৌধ্য টকা নিৰিখত নিমখ বিক্ৰী কৰা হয়। তেখেতে মোক ক'লে যে বেগত ন টকাত নিমখ আনি চৌধ্য টকাত দিয়াটো বৰ অন্যায় হৈছে, যিহেতু ৰাইজে নিমখটো যাতে কম দামত পায় সেইটোহে সমবায়ৰ নীতি হ'ব লাগে ; ৪/৫ টকা মুনাফা লোৱাটো কেৱল লাভখোৰ মহাজনৰ নীতি। মই তেখেতক ক'লো যে ৰাইজৰ কাৰণে গ্ৰাহক সমবায়ৰ জৰিয়তে মাত্ৰ এঘাৰ টকাত নিমখ দিয়া হয় ; কিন্তু পাইকাৰী বেপাৰীসকলৰপৰা বেগে প্ৰতি চৌধ্য টকা লোৱা হয়, যিহেতু তেওঁলোকে এই নিমখ বেগত ১৬/১৭ টকাত বিক্ৰী কৰিলেও আইনমতে দণ্ডনীয় নহয় ; কাৰণ নিমখৰ কণ্ট্ৰল দাম ১৭'৫০ (সোতৰ টকা পঞ্চাশ পইচা) তথাপি চৰকাৰে যদি নিমখৰ কণ্ট্ৰল দাম কমাই দহ টকা কৰে তেতিয়া হ'লে সকলোকে দহ টকাতে দিব লাগিব, নচেৎ নিমখ

বেপাৰীবিলাকে বেগত সাত/আঠ টকা মুনাফা লৈ বিক্ৰী কৰিব। চেণ্ট্ৰেল ট্ৰেডিঙৰ লাভৰ টকা ৰাইজৰ টকা; কিন্তু বেপাৰীৰ লাভৰ টকা তেওঁলোকৰ নিজৰ। তথাপি আমি কণ্ট্ৰল দামতকৈ চাৰিটকা কমত দিয়াত শলাগৰ পাত্ৰহে হ'ব লাগে। তেতিয়া তেখেতে আচল কথাটো ক'লে যে বেপাৰীসকলক কম দামত নিমখ দিলে কংগ্ৰেছৰ ফাণ্ডলৈ কিছু টকা আনিব পৰা হয়।

যোৰহাট কংগ্ৰেছ মণ্ডলৰপৰা চিঠি, টেলিগ্ৰাম পাই যোগান বিভাগৰ মন্ত্ৰী যোৰহাটলৈ বুলি আহি নগাঁও পালেহি। তেখেত কাৰ্য্যৰ লগিয়াল বৰা, যি মোক ভালদৰে জানে। তেখেতে যোৰহাটত মই থকা বুলি জানি কোনো তদন্ত কৰিব-লৈ নাহি শিলঙলৈ উভতি গ'ল। এনে সময়তে ১৯৫০ চনৰ আগষ্ট মাহত প্ৰলয়ংকৰী ভূমিকম্প আহি যোৰহাট নগৰৰ বিস্তৰ ক্ষতি কৰিবলে। চেণ্ট্ৰেল ট্ৰেডিঙৰ গুদামত সেইদিনা হাজাৰ হাজাৰ বেল কাপোৰ, সূতা, কাগজ আৰু হাজাৰ হাজাৰ বেগ নিমখ, চেনি আছিল; কিন্তু গুদামৰ ফ্লৰখন চিমেণ্টেৰে সজাই থোৱাৰ কাৰণে ক'তো ক্ষতি এটাও নহ'লহিল, যেনে বস্তু তেনেই থাকিল।

কাগজৰ ব্যৱসায়টো প্ৰথমে লৈহে যোৰহাট চেণ্ট্ৰেল ট্ৰেডিঙৰ কাম আৰম্ভ হৈছিল। ক'লকতাত থকা পেপাৰ এম্পৰিয়ামত ৬০০ টকা জমা দি কাগজ ব্যৱসায় ল'লো। এই ব্যৱসায়টো অতি লাভজনক হৈ পৰিল। সকলো সমবায় সমিতিক অপৰ্য্যাপ্ত কাগজ লাগে, তাৰ বাহিৰেও স্কুল, কলেজ ও অফিচবিলাকত বিস্তৰ কাগজ লাগে। চেণ্ট্ৰেল ট্ৰেডিঙৰ কাগজবিলাক অতি উৎকৃষ্ট ধৰণৰ আৰু শতকৰা ত্ৰিশ টকাকৈ মুনাফা ল'লেও মুকলি বজাৰতকৈ অনেক সস্তাত কাগজ দিব পৰা হয়। আৰু এটা ব্যৱসায় যোৰহাট

চেণ্ট্ৰেল ট্ৰেডিঙে ল'ব লগা হ'ল। সেইটো হ'ল ছাতিৰ কাপোৰৰ। ছিলঙত এখন ছাতিৰ সমবায় আছিল। তাৰ সভাপতিজনে মোক ভালদৰে জানিছিল, গতিকে মোক নোসোধাকৈয়ে কেই-বেলমান ছাতিৰ কাপোৰ বিক্ৰী কৰি দিবৰ কাৰণে মোলৈ পঠালে। ছাতিৰ কাপোৰ বিক্ৰী কৰিব নোৱাৰি মুকলি ঘৰটোৰ ভিতৰতে কিছু-মান ছাতিৰ কাম কৰা মানুহ আনি ছাতি তৈয়াৰ কৰাত লাগিলো। বহুত ছাতি তৈয়াৰ হ'ল। এইবিলাক বহাগ বিহুৰ সময়ত সমবায় সমিতিবিলাকে নিবলৈ ধৰিলে। বজাৰৰ দামতকৈ বহুত সস্তাত ছাতি বিক্ৰী কৰা হ'ল। ইয়াৰ বাহিৰেও আন মানুহেও ছাতি নিবলৈ ধৰিলেহি আৰু ছাতিৰ কাৰবাৰ ভালদৰে চলিবলৈ ধৰিলে।

এনেতে এদিন খবৰ কাগজত দেখিবলৈ পালো যে বোকা-জানত থকা চৰকাৰী কুঁহিয়াৰ ফাৰ্ম্মত তৈয়াৰ কৰা বহুত গুড় বিক্ৰী হ'ব। মই অকণো দেৰি নকৰি কৃষি বিভাগৰ সঞ্চালক স্বৰ্গীয় লক্ষ্মীকান্ত সন্দিকৈলৈ এখন চিঠি দিলো যাতে গোটেই গুড়খিনি যোৰহাট চেণ্ট্ৰেল ট্ৰেডিঙত দিয়ে। তেখেতে লিখিলে যে অন্য কিছুমান পাইকাৰী বেপাৰীয়ে গুড় নিবলৈ আগতে টকা জমা দিলে, তথাপি চেণ্ট্ৰেল ট্ৰেডিঙে অন্ততঃ বিশ হাজাৰ টকা আগতিয়াকৈ জমা দিলে কিছু পৰিমাণৰ গুড় দিব পৰা হ'ব। মই তৎক্ষণাত ৰাজী হলো আৰু টকাটো ক'ত দিব লাগিব বুলি সুধি পঠালো। উত্তৰত টকাটো যোৰহাট ট্ৰেজাৰীত জমা দি চালানৰ কপি লগত লৈ আহি বোকাজান কুঁহিয়াৰ ফাৰ্ম্মৰ-পৰা গুড় লৈ যাব পাৰিব বুলি লিখিলে। এখন ট্ৰাক ভাৰা কৰি চেণ্ট্ৰেল ট্ৰেডিঙৰ মেনেজাৰজনক কেইজনমান কৰ্ম্মচাৰীক লগত দি আগবঢ়াই পঠালো। মই শ্ৰীযুত সৰ্ব্বেশ্বৰ বৰদলৈ

(পকামুখো ট্ৰেডিং ক'অপাৰেটিভৰ সভাপতি আৰু আই. এন. টি. উ. চিৰ সম্পাদক) আৰু মোৰ বিমান দুৰ মনত পৰে যোৰহাটৰ চিনিয়ৰ ক'অপাৰেটিভ ইন্সপেক্টৰ শ্ৰীপ্ৰফুল্ল বৰদলৈকো লৈ গৈছিলো। আটাইকেইজন বৰদলৈৰ জীপ গাড়ীখনেৰে বোকাজান অভিমুখে যাত্ৰা কৰিলো আৰু গোলাঘাটত শ্ৰীযুত সৰ্বেশ্বৰ বৰদলৈৰ শহুৰেকৰ ঘৰত সোমাই ভাতে চাহ-জলপান খাই পুনৰ বোকাজান অভিমুখে ৰাওনা কৰিলো। আমাৰ লগত বৰদলৈৰ খুলশালী ছোৱালী দুজনীও যাবলৈ ওলাল। ৰাতি প্ৰায় আঠমান বজাত আমি সকলো বোকাজান কঁহিয়াৰ ফাৰ্ম পালোগৈ। ডাঙৰ ডাঙৰ কেৰাহী কিছুমানত গুড় পগাই থকা দেখিবলৈ পালোগৈ। ইতিমধ্যে আমাৰ ট্ৰাকখনত প্ৰায় এহেজাৰ টিন উঠাই থোৱা পালোগৈ। আমি গৈয়ে ট্ৰাকখন আগতীয়াকৈ পঠাই দিলো। হিচাপ নিকাচ কৰি প্ৰায় দেৰঘণ্টামানৰ পিছত আমি ঘুৰিলো। ঘুৰি আহোঁতে নামবৰ হাবিৰ মাজত জীপ-খনৰ ডাইনেমোটো বেয়া হোৱাত লাইত নজ্বলা হ'ল। নেপালী ড্ৰাইভাৰজনে গাড়ীখনৰ তলত সোমাই ডাইনেমোটো ভাল কৰিবলৈ লাগি গ'ল। ইফালে দূৰৈত বাঘৰ গোজৰণী শুনা গ'ল আৰু লাহে লাহে মাতটো আমাৰ ওচৰ পালেহি। মই গাড়ীৰ-পৰা নামি গাড়ীৰ বনেটখনত মাৰিয়াই আবাজ কৰিবলৈ ধৰিলো। এনেকৈ বাঘ খেদোৱাৰ আমাৰ অভিজ্ঞতা আছে, কিয়নো আমাৰ বাৰীৰ পাছফালেই জানটোত পানী খাবলৈ আহি বাঘে গোজৰেহি আৰু আমি টিন, কাঁহ বজাই বাঘ খেদাই পঠাওঁ। মোৰ লগত যোৱাকিজনে ভয়তে গাড়ীৰ ভিতৰত বহি থাকিল। মোৰ পিছে বাঘতকৈও হাতী আহে বুলিহে ভিতৰি বৰ ভয় লাগিছিল আৰু ভগৱানক প্ৰাৰ্থনা কৰিবলৈ লাগিলো। ইতি-

মধ্যে প্ৰায় দুঘণ্টামানৰ পিছত গাড়ীৰ 'লাইট জ্বলিল আৰু পুনৰ ৰাওনা হ'লো। আমাৰ আগে আগে মস্ত ঢেঁকীয়া-পতীয়া বাঘ এহাল মাটিত নেগুৰ চোচৰাই গৈ থকা দেখা পালো; এতিয়াহে বাঘৰ ওচৰ চপাত বেচি ভয় লাগিল। যা হওক মৰণত শৰণ দি ড্ৰাইভাৰে জোৰত হৰ্ণ দিবলৈ ধৰিলে আৰু আমিও চিঞৰ-বাখৰ কৰাত বাঘহাল ৰাস্তাৰ কিনাৰৰ খালত নামি পৰিল। ড্ৰাইভাৰে যিমান পাৰে সিমান বেগত গাড়ী চলাই বাঘহাল অতিক্ৰম কৰি আহিল। কিছুদূৰ গৈ আমি বৰপথাৰৰ ডাকবঙলাটো পালোহি আৰু ৰাতিটো তাতে থকাই ঠিক কৰিলো, কিয়নো আৰু আগবাঢ়িলে গৰমপানীৰ আশে-পাশে হাতীৰ সন্মুখীন হোৱাৰ সম্ভাৱনা আৰু হাতীয়ে পালে বৰ বিপদ হ'ব।

পুহমহীয়া জাৰত হাত-ভৰি ঠেঁটুৱৈ ধৰিছিল। চকীদাৰজনক শোৱাৰপৰা জগাই আনি এটোপা চাহপানী খোৱাৰ দিহা কৰিলো। অতি তৃপ্তিৰে চাহটোপা খোৱা হ'ল। গাটো অলপ গৰম কৰিবৰ কাৰণে চিমনীটো জ্বলাই দিলো। বহুত দিন ব্যৱহাৰ নকৰাত চিমনিত জমা হোৱা মলিত জুই লাগি দপদপকৈ জুই চিমনিৰ মুখেদি ওলাবলৈ ধৰিলে। ইফালে বঙলাটো খেৰৰ। আমি বৰ প্ৰমাদ গণিলো। ভাগ্যে চিমনিৰ মুখখন তললৈ ঘোৰ খুৱাই দিয়া আছিল, সেই কাৰণে লেলিহান জুইকুৰাই মাটিৰ ফালেহে জিভা মেলিসে। ইফালে চিমনিৰ ভিতৰত পানী ঢালি জুইকুৰা উঠিবলৈ দিয়া নহ'ল। ভগৱানৰ কৃপাত ৰাতিটো নিৰাপদে কটালো। ৰাতিপুৱাৰ মাত্ৰে তাৰপৰা ৰাওনা হৈ গোলাঘাটত শ্ৰীযুত সৰ্ব্বেশ্বৰ বৰদলৈৰ খুলশালীয়েক দুজনীক ঘৰত থৈ আমি যোৰহাট পালোহি।

বেপাৰীসকলে গুড় অনা গম পাই চেণ্ট্ৰেল ট্ৰেডিঙৰ অফিচত জমা পাতিলেহি। কেৱল ট্ৰেডিং ক'অপাৰেটিভৰ জৰিয়তে টিনত মাত্ৰ এটকা লাভ লৈ গুড়খিনি বিক্ৰী কৰা হ'ল।

এনেদৰে পুৰাদমে চেণ্ট্ৰেল ট্ৰেডিঙৰ ব্যৱসায় চলি থাকোতেই কেন্দ্ৰীয় চৰকাৰৰপৰা আদেশ আহিল যে বাধ্যতামূলক সমবায় সমিতি পাতি সচৰাচৰ চলি থকা বেপাৰ বন্ধ কৰিব নালাগে। কাপোৰ, সুতা, নিমখ আদিৰ বিতৰণ সকলোৰে কাৰণে খোলা হ'ব লাগিব। এই আদেশ অহাৰ লগে লগেই ডাঙৰ ডাঙৰ মহাজনসকল চেণ্ট্ৰেল ট্ৰেডিঙৰ অফিচলৈ আহি কাপোৰ সুতা বিচাৰিলেহি। অসম চৰকাৰৰপৰাও আদেশ আহিল যে চেণ্ট্ৰেল ট্ৰেডিঙে সমবায় সমিতিবিলাকক দিবৰ কাৰণে যিমানখিনি কাপোৰ সুতা দৰকাৰ সিমানখিনি ৰাখি বাকী-খিনি কাপোৰ সুতা লাইচেন্স থকা বেপাৰীক যাক যিমান লাগে দিব পাৰে। এই আদেশ পোৱালৈকে মাত্ৰ ছমাহহে চেণ্ট্ৰেল ট্ৰেডিং চলিছিল। সমবায় আইন অনুযায়ী চেণ্ট্ৰেল ট্ৰেডিঙৰ হিচাপ-পত্ৰ বিভাগীয় কৰ্ম্মচাৰীয়ে পৰীক্ষা কৰিলেহি। এই ছমাহতে প্ৰায় ৪৭,০০০ টকা লাভ হয়। হিচাপ হৈ যোৱাৰ পিছত বছৰেকীয়া সাধাৰণ সভা আহ্বান কৰা হ'ল। সভাত স্বৰ্গীয় নীলমণি ফুকন ডাঙৰীয়া সভাৰ সভাপতি হয় আৰু জিলাৰ উপায়ুক্তক বহুত কটু সমালোচনা কৰে, যিহেতু তেখেতক চেণ্ট্ৰেল ট্ৰেডিঙৰ কাৰ্য্যকৰী সভাবিলাকলৈ মতা নাছিল বুলি অভিযোগ দৰ্শায়। চেণ্ট্ৰেল ট্ৰেডিঙৰ সভাপতিয়ে প্ৰস্তাৱ দিলে যে সকলো কৰ্ম্মচাৰীকে লাভৰ টকাৰ শতকৰা কুৰি টকাকৈ দিব লাগে। সকলো সমজুৱাই বিপুল হৰ্ষধ্বনিৰে প্ৰস্তাৱটো সমৰ্থন কৰিলে।

এইদৰে কিছুদিন যোৱাৰ পিছত কেন্দ্ৰীয় চৰকাৰে সকলো বিদেশী আই, চি, এচ, কৰ্ম্মচাৰীক ভাবতৰপৰা যাবলৈ নিৰ্দ্দেশ দিয়ে। অৱশ্যে তেখেতসকলক যথেষ্ট ক্ষতিপূৰণ দিহে পঠায়। গতিকে ডামৰেক চাহাবো যাব লগা হ'ল। চেণ্ট্ৰেল ট্ৰেডিঙৰ কৰ্ম্মচাৰী, সমবায় সমিতিবিলাকৰ সমজুৱাসকল ডামৰেক চাহাব যাব লগা হোৱাত অতি মৰ্ম্মাহত হ'ল। এখন বিদায় সভা পাতি অতি দুখেৰে তেখেতক বিদায় দিয়া হ'ল।

স্বৰ্গীয় অঘোৰ ভট্টাচাৰ্য্য ডামৰেক চাহাবৰ ঠাইত আহে ও কামৰ ভাৰ লয়হি। এখেতৰ দিনত নিমখৰ বেপাৰ লৈ যোৰহাট চেণ্ট্ৰেল ট্ৰেডিংৰ আহুকালত পৰে। যোগান মন্ত্ৰী প্ৰয়াত ৰামনাথ দাসে এদিন মোলৈ এখন টেলিগ্ৰাম কৰিলে যে যোৰহাটলৈ যিমান নিমখ আহে তাৰ আধাখিনি নিমখৰ পাইকাৰী বেপাৰীসকলৰ কাৰণে এৰি দিব লাগে আৰু বাকী আধা গ্ৰাহক সমবায়বিলাকৰ জৰিয়তে বিক্ৰী কৰিব লাগে। চৌনৰ দৰে নিমখতো এইবাৰ চেণ্ট্ৰেল ট্ৰেডিঙৰ ওপৰত ৰামটাঙোন পৰিল। লগে লগেই মই উত্তৰ দিলো যে আধা নিমখ এৰি দিব নোৱাৰি। কথাটো মীমাংসা কৰিবৰ কাৰণে মই এখন এডমিনিষ্ট্ৰেটিভ কাউন্সিলৰ মিটিং আহ্বান কৰিলো। যথা সময়ত মিটিং হ'ল। উপায়ুক্তকে আদি কৰি সকলোৱে মই দিয়া টেলিগ্ৰামখন সমৰ্থন কৰিলে।

কিছুদিনৰ পিছত ভূমিকম্প প্ৰপীড়িত মানুহৰ সাহায্যাৰ্থে যোৰহাটলৈ ষাঠি হেজাৰ বেগ নিমখ আহে। এই নিমখ আধা দামত বিতৰণ হ'ব। ভূমিকম্প সাহায্য কমিটিয়ে এই নিমখ বিতৰণ কৰিব। চেণ্ট্ৰেল ট্ৰেডিঙৰ লগত এই নিমখ বিতৰণৰ কোনো সম্বন্ধ নাথাকিব। এই কথা গম পাই মই উপায়ুক্তক জনালো যে যিহেতু নিমখৰ একচেটিয়া কাৰবাৰ

যোৰহাট চেণ্ট্ৰেল ট্ৰেডিঙৰ, সিহেতু নিমখ কেৱল চেণ্ট্ৰেল ট্ৰেডিঙেহে বিতৰণ কৰিব পাৰে। চৰকাৰে পাতি দিয়া কমিটিয়ে কাক কিমান নিমখ দিব লাগিব তাৰ এখন লিষ্ট তৈয়াৰ কৰি চেণ্ট্ৰেল ট্ৰেডিঙক দিলেই হ'ব। মোৰ টোকাটো পাই উপায়ুক্তই যোগান অধীক্ষকক চেণ্ট্ৰেল ট্ৰেডিঙক নিমখখিনি দিবলৈ আদেশ দিলে। যোগান অধীক্ষকে মোলৈ লিখিলে যে চাপ্লাই গুদামৰ-পৰা তৎক্ষণাত নিমখখিনি স্থানান্তৰ কৰিব লাগিব আৰু এই কামত প্ৰতি বেগত আঠ অনাকৈ খৰচ হ'ব। ইয়াৰ বাহিৰেও বহুত নিমখৰ বস্তা ফাটি-চিটি লোকচান হ'ব। ইয়াৰ মৰ্ম্ম এয়ে যে এনে কামত চেণ্ট্ৰেল ট্ৰেডিঙৰ বিস্তৰ ক্ষতি হ'ব, গতিকে নিমখ বিতৰণৰ ভাৰ যোগান বিভাগক দিয়াটোহে সমীচিন হ'ব। মই উত্তৰ দিলো যে যিমানেই খৰচ নপৰক আৰু যিমানেই লোকচান নহওক, চেণ্ট্ৰেল ট্ৰেডিঙে নিমখখিনি আনিব।

উপায়ুক্তই মোক মাতি নি ক'লে যে চৰকাৰে পাতি দিয়া নিমখ বিতৰণ সমিতিক নিমখখিনি চমজাই দিব লাগে, যিহেতু এই বেপাৰত চেণ্ট্ৰেল ট্ৰেডিঙৰ বিস্তৰ ক্ষতি হ'ব। উত্তৰত মই ক'লো যে ষাঠি হাজাৰ বেগ নিমখ আধা দামত বজাৰত মেলি দিলে চেণ্ট্ৰেল ট্ৰেডিঙৰ গুদামত থকা ২০,০০০ ( বিশ হাজাৰ ) বেগ নিমখ নিবলৈ কোনো নাহে, যিহেতু চেণ্ট্ৰেল ট্ৰেডিঙৰ নিমখৰ দাম ভূমিকম্পৰ কাৰণে বাইজক দিবলৈ অনা নিমখতকৈ প্ৰায় দুগুণ বেছি হ'ব। এনেতে যোগান বিভাগৰ মন্ত্ৰী প্ৰয়াত ৰামনাথ দাস যোৰহাট পালেহি আৰু ক'লে যে এই সস্তীয়া নিমখ চেণ্ট্ৰেল ট্ৰেডিঙক বিতৰণ কৰিবলৈ দিব নোৱাৰি। মই মহা প্ৰমাদ গণিলো। ধনী বেপাৰীবিলাক কংগ্ৰেছৰ পুঁজিলৈ টকা তোলাৰ এটা সুবৰ্ণ সুযোগ কাৰণে

চৰকাৰৰ এনে আঁকোৰগোজ ভাব বুলি বুজি ললো। তথাপি মই উপায়ুক্তলৈ এই মৰ্মে এটা টোকা পঠালো, যাতে চেণ্ট্ৰেল টেডিঙৰ নিমখখিনি বিক্ৰী নোহোৱা পৰ্য্যন্ত ভূমিকম্পত প্ৰপীড়িত ৰাইজৰ কাৰণে অনা নিমখটো যোগান বিভাগৰ গুদামৰপৰা উলিয়াই দিব নালাগে। এনে যুক্তিত উপায়ুক্ত বৰ বিমোৰত পৰিল যিহেতু তেখেত নিজেই চেণ্ট্ৰেল ট্ৰেডিঙৰ চেয়াৰমেন। বহুত ভবা-চিন্তাৰ পিছত তেখেত মোৰ প্ৰস্তাৱত ৰাজী হ'ল। অলপো সময় নষ্ট নকৰি এজন নিমখৰ পাইকাৰী মহাজনক প্ৰতি বেগত চাৰিঅনা লোৰচান ভৰি নিমখখিনি বিক্ৰী কৰি নিষ্কৃতি পালো। ইতিমধ্যে উপায়ুক্ত ভট্টাচাৰ্য্য ডাঙৰীয়াক আসাম পাব্লিক চাৰ্ভিচ কমিচনৰ চেয়াৰমেন পাতি ছিলঙলৈ পঠালে আৰু তেখেতৰ ঠাইত শ্ৰীবি, এল, সেন ডাঙৰীয়া যোৰহাটৰ উপায়ুক্ত হৈ আহিল।

এইখিনিতে আগতে নোকোৱা এটা কথা ক'ব লগা হ'ল। স্বৰ্গীয় ভট্টাচাৰ্য্যৰ দিনতে এটা ঘটনা ঘটে। ঘটনাটো এনে ধৰণৰঃ এদিন কাপোৰ সুতাৰ গুদামত মই কাম কৰি থকা অৱস্থাত এজন শিক্ষিত ডেকা ল'ৰা মোৰ ওচৰ চাপি তেওঁক এটোপ সুতাৰ পাৰমিট লাগে বুলি ক'লে। মই ক'লো যে সুতাৰ পাৰমিট টেক্সটাইল অফিচত টেক্সটাইল ইন্সপেক্টৰে দিয়ে, গতিকে তেখেতক তালৈ যাবলৈ ক'লো। তেখেতে মোক ক'লে যে ইন্সপেক্টৰজনে পাৰমিট নিদিয়াতহে মোৰ ওচৰ চাপিছে। তেখেতক জিলাৰ উপায়ুক্তৰ ওচৰত এখন দৰ্খাস্ত দিবলৈ ক'লো, কিয়নো উপায়ুক্তৰ আদেশত ইন্সপেক্টৰে পাৰমিট দিয়ে। মোৰ কথাত তেখেত উগ্ৰমূৰ্ত্তি হৈ মোক টান কথা শুনালে যে চোৰাং কাৰবাৰীক মই বিনা বাধাই কাপোৰ সুতা দিব পাৰো, অথচ

তেখেতক মাত্র এটোপ সূতা গুদামৰপৰা উলিয়াই দিব নোৱাৰো। তেওঁৰ এনে কথাত মোৰ বৰ খং উঠিল আৰু গুদামত কাম কৰি থকা এজন মজদুৰক মানুহজনক গতিয়াই গুদামৰপৰা বাহিৰ কৰি দিবলৈ আদেশ দিলো। পিছত জানিব পাৰিলো যে এই ডেকাজন কংগ্ৰেছ দলৰ মানুহ। মোক এটা বিপদত পেলাবৰ কাৰণে এটা ষড়যন্ত্ৰ তৈয়াৰ হৈছিল, কিয়নো কংগ্ৰেছে মোৰপৰা কোনো সুবিধা ল'ব নোৱাৰিছিল।

ডেকাজনে তেওঁক এনে ব্যৱহাৰ কৰাৰ কাৰণে উপায়ুক্তৰ ওচৰত মোৰ বিপক্ষে নালিশ কৰিলেগৈ আৰু কংগ্ৰেছ মহলৰপৰাও মোৰ ওপৰত শাস্তি বিহিবৰ কাৰণে চৰকাৰক ব্যতিব্যস্ত কৰি তুলিলে। উপায়ুক্তই মোক মাতি নি মোৰ কৈফিয়ৎ তলব কৰাত মই ক'লো যে এনে শিক্ষিত ডেকা এজনে গুণ্ডাৰ দৰে মোৰ গুদামত সোমাই সূতা বিচৰা কাৰণে মই বাধ্য হৈ তেওঁক গতিয়াই বাহিৰ কৰিব লগা হ'ল। এনে ধৰণৰ গুণ্ডাক যদি প্ৰশ্ৰয় দিয়া হয় তেন্তে আমাৰ কাম অচল হ'ব আৰু পুঁজিপতিসকলে অবাধ গতিত চোৰাং বজাৰ চলাই যাব। উপায়ুক্তই মোৰ কথাটো যুক্তিসঙ্গত বুলি ভাবি থিতাতে একো নক'লে।

কিছুদিনৰ পিছত গভৰ্ণমেণ্টৰপৰা এখন বৰ কাঢ়া চিঠি আহিল। এজন শিক্ষিত মানুহক এনেভাবে অপদস্থ কৰাৰ কাৰণে মোৰ কৈফিয়ৎ তলব কৰি উপায়ুক্তৰ মতসহ তুৰন্তে চৰকাৰলৈ পঠাবলৈ আদেশ আহিল। উপায়ুক্তই এই চিঠি পাই ডেকাজনক মতাই আনি মোৰ সাক্ষাতত তদন্ত কৰিবলৈ মনস্থ কৰিলে। এনে ব্যৱস্থা কৰিব খোজাৰ কাৰণে মই উপায়ুক্তক ক'লো যে এই কথাৰ তদন্ত নিষ্প্ৰয়োজন, যিহেতু মোৰ বিপক্ষে দৰ্খাস্তত লিখা কথাৰ মই অস্বীকাৰ কৰা নাই আৰু এনে ধৰণৰ গুণ্ডা প্ৰকৃতিৰ মানুহক

যদি কৰ্ত্তব্যৰত কৰ্ম্মচাৰীসকলক উৎপীড়ন কৰিবলৈ এৰি দিয়া হয়, তেন্তে কোনো কৰ্ম্মচাৰীয়ে বাইজৰ কোনো কাম কৰিব নোৱাৰিব। মোৰ কথাত উপায়ুক্তই ক'লে যে কথাটো আজি ভালকৈ ভাবি-চিন্তি চাই কাইলৈ এটা ব্যৱস্থা কৰা হ'ব।

পিছদিনা উপায়ুক্তই গভৰ্ণমেণ্টলৈ লিখিলে যে দৰ্খাস্তকাৰীৰ কথাত অধীক্ষকৰ ওপৰত কোনো শাস্তিমূলক ব্যৱস্থা ল'ব নোৱাৰি, যিহেতু তেওঁক কৰ্ত্তব্যৰত অৱস্থাত এজন মানুহে তেওঁৰ কামত বাধা দিবলৈ যোৱাত তেওঁক বলপূৰ্ব্বকভাৱে আঁতৰ কৰাৰ বাহিৰে অন্য উপায় নাছিল। তেওঁক ভদ্ৰভাৱে অনেক বুজুৱাতো তেওঁ কাপোৰ সূতাৰ গুদামৰপৰা বাহিৰ নহৈ কৰ্ম্মচাৰীক গালি-গালাজ কৰাতহে এনে কাম কৰা হ'ল।

এই চিঠি দিয়াৰ পিছত স্বৰ্গীয় ভট্টাচাৰ্য্যই শ্ৰী বি, এল, সেনক কাৰ্য্যভাৰ দি নতুন কামত যোগদান কৰিবলৈ ছিলঙলৈ ৰাওনা হ'ল। সেন চাহাব আহিয়েই কাপোৰ সূতাৰ পাৰমিট দিয়াৰ ভাৰ টেক্সটাইল ইন্সপেক্টৰক দিলে। ভট্টাচাৰ্য্য যোৱাৰ পিছত পুনৰ চৰকাৰে সেই ডেকাজনক বাহিৰ কৰি দিয়াৰ ঘটনাটোৰ নতুন উপায়ুক্তক তদন্ত কৰিবলৈ দিলে। উপায়ুক্তই তদন্তৰ কাৰণে এটা দিন ঠিক কৰিবৰ কাৰণে মোলৈ আদেশ পঠালে। মই তেখেতলৈ লিখিলো যে তেখেতৰ আগৰ উপায়ুক্তই এই বিষয়টোৰ চূড়ান্ত বিচাৰ কৰি চৰকাৰক জনালে, গতিকে এই বিষয়ে আৰু কিবা তদন্ত হলে মই তাত উপস্থিত নাথাকিম আৰু সেইবাবে যদি চৰকাৰে মোক কিবা শাস্তি বিহিব খোজে তাৰ কাৰণে মই প্ৰস্তুত আছো। ইয়াৰ পিছত শ্ৰীসেনে কি কৰিলে মই একো গম নাপালো; কিন্তু এদিন হঠাতে তেখেতে চেনিৰ পাৰমিট দিয়াটো বন্ধ কৰি দিলে। প্ৰায় আঠ হেজাৰ বেগ

চেনি মোৰ গুদামত ছমাহমান বন্ধ কৰি ৰাখিলে। চেনিবিলাক গলি ভবিব সক গাঁঠি তল যোৱা হ'ল। উপায়ুক্তক এনে অৱস্থাৰ বিষয়ে বাৰে বাৰে জনোৱা হ'ল আৰু গুদামত চেনি কিদৰে গলিছে তাক চাবলৈকো মতা হ'ল। তেখেতে মোলৈ খণ্ডেৰে লিখি পঠালে যে এইটো যোগান বিভাগৰ কাম, ইয়াত মোৰ মূৰ ঘমাবৰ কোনো প্ৰয়োজন নাই। উত্তৰত মই লিখিলো যে আঠ হেজাৰ বেগ চেনি গলি ছয়হেজাৰ হ'বগৈ পাৰে আৰু বেংকে দিয়া টকাৰ সুত এই চেনিৰ মূল্যৰ সমান হ'বগৈ পাৰে। ইফালে সৰ্ব্বসাধাৰণ বাইজে চেনি ক'লা বজাৰত তিনি গুণ মূল্যত কিনিব লাগিছে। অতি আচৰিত কথা যে উপায়ুক্তই মোৰ কথাত কোনো কাণসাৰ নকৰিলে।

মই নিৰুপায় হৈ সমবায় ও যোগান বিভাগৰ মন্ত্ৰী স্বৰ্গীয় মহেন্দ্ৰমোহন চৌধুৰী ডাঙৰীয়ালৈ তেখেতৰ নামত এখন টেলিগ্ৰাফ কৰি যোৰহাটত চেনিৰ পৰিস্থিতি চাবৰ কাৰণে আহিবলৈ ক'লো। মোৰ টেলিগ্ৰাফ পোৱা মাত্ৰে তেখেত যোৰহাটলৈ ৰাওনা হ'ল। আহিয়েই মোক মাতি পঠালে। মই বিতংকৈ তেখেতক সকলো কথা ক'লো। আচৰিত কথা যে তেখেতে উপায়ুক্তক মোৰ কথা শুনিবলৈ নামাতিলে, মাথোন মোক ক'লে যে পিছদিনা পুৱা সাতমান বজাত তেখেত চেনিৰ গুদাম চাবলৈ আহিব। সেইমতে মই সকলো কৰ্ম্মচাৰী ও ওচৰৰ ট্ৰেডিং ছচাইটিৰ কৰ্মকৰ্ত্তাসকলক খবৰ দিয়ালো যাতে মন্ত্ৰীৰ পৰিদৰ্শনৰ সময়ত সকলো উপস্থিত থাকে। আমি সকলোবিলাক পুৱা চাৰে ছয় বজাৰপৰা প্ৰায় এঘাৰ বজালৈকে মন্ত্ৰীৰ কাৰণে ৰৈ আছোহ'ক, কিন্তু মন্ত্ৰী নাই। পিছত জানিব পাৰিলো যে তেখেত মাৰোৱাৰীপট্টিৰ চেনিৰ ব্যৱসায়ীসকলৰ লগত কিবা কথা-বাৰ্ত্তা পাতিবলৈ গৈছে। আমি

বাট চাই অতিষ্ঠ হৈ ঘৰলৈ আহি ভাত খাই আহি পুনৰ কামলৈ আহিবলৈ সকলোকে ক'লো। বেংকৰ অফিচাৰজনে গুদামত তেখেতৰ তলা লগাই আমাতকৈ কিছু আগতে গুচি আহিল। ঠিক এনেতে প্ৰকিয়ৰমেণ্ট বিভাগৰ এজন কৰ্মচাৰীয়ে আমাক খবৰ দিলেহি যে মন্ত্ৰী আহিব লাগিছে আৰু লগে লগেই মন্ত্ৰী পালেহি। আমাক কেম্পাচৰ গেটৰ ওচৰতে পালেহি। আমি মন্ত্ৰী নো আহোঁতেই গুদাম বন্ধ কৰি অহাৰ বাবে খণ্ডত একো নাই হ'ল আৰু সুধিলে গুদাম কেইটাত খোলে? আমি ক'লো দহটাত। তেন্তে এতিয়া চাৰে এঘাৰটাতে কিয় বন্ধ কৰা হ'ল বুলি মন্ত্ৰীয়ে সুধিলে। আমি ক'লো যে তেখেতে সাতবজাত সময় দিয়াৰ কাৰণে আমি সকলো চাৰে ছয় বজাৰপৰা বৈ বৈ নহা দেখি, নাহে বুলি ধৰি লৈ খাই-বৈ আহিবলৈ যাবলৈ ওলাইছোহঁক। মন কৰিবলগীয়া যে তেতিয়াও জিলাৰ উপায়ুক্ত তেখেতৰ লগত নাই। তেখেতে গুদাম নাচাওঁ বুলি উলটিব খুজিছিল আৰু ড্ৰাইভাৰক গাড়ী ঘুৰাবলৈ ক'লে। মই তৎক্ষণাত আগভেটা দি ক'লো যে আপুনি গুদামৰ দুৱাৰ মুখৰপৰা উলটি যোৱা উচিত নহ'ব, যিহেতু আমাৰ কোনো দোষ নাই। অৱশেষত তেখেত গুদাম চাবলৈ মান্তি হ'ল। গুদাম সোমাইয়ে চেনি গলা পানী দেখি ক'লে যে আমি কিবা অসৎ উপায় অবলম্বন কৰি চেনিৰ বস্তাত পানী ঢালি থৈছো যাতে চেনি কম ওলালে গলি গ'ল বুলি ক'ব পৰা হ'ব। তেখেতৰ লগত যোগান বিভাগৰ অধীক্ষকজনো আছিল। মই ক'লো যে এইয়া চেনি গ'লা পানী নে পানী চলা এখেতে চেলেকি চাই ক'ব পাৰিব, যিহেতু এখেতৰ এই বিষয়ত বহুত অভিজ্ঞতা আছে। লগতে

আৰু ক'লো যে এই বৃহৎ গুদামটোত ইমানখিনি পানী ঢালিবলৈ হ'লে বহুত মজদুৰ লগাব লাগিব। তাকো দিনত নহয়, ৰাতি। কাৰণ দিনত ইয়ালৈ কাপোৰ, সূতা, চেনি, নিমখ আদি নিবলৈ অসংখ্য মানুহ আহে। মোৰ কৰ্মচাৰীসকলে পানী ঢলা কাম কৰিবলৈ একমিনিটো আজৰি নাথাকে। আনহাতে পানী ঢলা কামটো ৰাতি কৰিবলৈ হলে প্ৰথমে জিলাৰ উপায়ুক্ত আৰু বেংকৰ মেনেজাৰ, তাৰ পিছত মই নিজে, মোৰ গুদাম ৰক্ষক মেনেজাৰ আৰু টেক্‌নিকেল স্কুলৰ প্ৰিন্সিপালজনৰ আদেশ নহলে কোনেও ৰাতি গেট খুলিব নোৱাৰে। এনেবিলাক বাক-বিতণ্ডা চলি থাকোতেই ট্ৰেডিং ছচাইটিবিলাকৰ ভালেকেইজন সভাপতি আৰু সম্পাদক আহি মন্ত্ৰীক ঘেৰাও কৰিলেহি আৰু ক'লে যে তেখেতৰ অবান্তৰ কথাবিলাক শুনি সকলো অবাক হৈছে। কিয় আজি ছমাহে আঠহেজাৰ বেগ চেনি গুদামত বন্ধ কৰি ৰাইজক হাহাকাৰ অৱস্থাত পেলাইছে? কথা বিষম দেখি মন্ত্ৰীয়ে ক'লে যে এই বন্ধ কৰি থোৱা চেনিখিনি উলিয়াই দিবৰ কাৰণেহে তেখেতে মোৰ টেলিগ্ৰাফ পাই দৌৰি আহিছে আৰু তেখেতে কোৱা কথাবিলাক ধেমালিতহে কোৱা। মন্ত্ৰীৰ কথাত সকলো আঁতৰি গ'ল। চেনিৰ গুদামৰ কাষতে কাপোৰ সূতাৰ গুদাম। গুদামত ৪৯খন ট্ৰেডিং ছচাইটিৰ কাৰণে ৪৯ ভাগ ভাল ভাল কাপোৰ চিজিল কৰি ৰখা হৈছিল; তাৰে কেইভাগমান কেইখনমান ছচাইটিয়ে নিলেহি। মন্ত্ৰী মহোদয়ে গুদামটোত সোমায়ে ধুনীয়া ধুনীয়া কাপোৰবিলাক দেখিয়েই চিঞৰ মাৰি ক'লে যে এইবোৰ দেখোন ভাল ভাল কাপোৰ ইয়াতে দ'ম হৈ আছে, অথচ সৰ্ব্বসাধাৰণে কাপোৰৰ কাৰণে হাবাথুৰি খাই ফুৰিব লাগে। চেনিত চৌটি-মুখ চেলেকি এইবাৰ কাপোৰৰ ওপৰতে জাপ মাৰি

পৰিল আৰু এভাগ কাপোৰৰ ওপৰত বহি ল'লে। তেখেতক ক'লো, এইয়া ভাল ভাল কাপোৰ বাচি ৪৯ ভাগ কৰি ৬৯ খন ছচাইটিক দিবলৈ থৈছো। ইয়াৰে ইতিমধ্যে কেইখনমান ছচাইটিয়ে নিলেহি। মন্ত্ৰীজনে মোক কাপোৰ সূতা বিতৰণৰ এটা হিচাপ তেখেতলৈ পঠাই দিবলৈ ক'লে। মই তৎক্ষণাত চোলাৰ জেপৰ-পৰা কাপোৰ, সূতা, নিমখ, চেনিৰ হিচাপ ভাগ ভাগ কৈ তেখেতৰ হাতত দিলো। তেখেতে ক'লে যে এইবোৰ হিচাপ আপুনি অনবৰত জেপতে লৈ ফুৰেনেকি? মই ক'লো যে যিহেতু মই আপোনাক টেলিগ্ৰাফ কৰি মাতি আনিছো সেইহেতু আপোনাৰ যেই কোনো প্ৰশ্নৰ উত্তৰ দিবৰ কাৰণে এইবিলাক প্ৰস্তুত কৰি ৰখা হৈছে। হিচাপৰ কাগজখন মোৰপৰা খুজি তেখেতে জেপত ভৰাই লৈ গ'ল।

কাপোৰৰ গুদামৰপৰা ওলায়েই মন্ত্ৰী ডাঙৰীয়াই নিমখৰ গুদামত নিমখৰ ফটা বস্তাবিলাক পুনৰ চিলাই কৰি নিমখ ভৰাই থোৱা দেখিবলৈ পালে আৰু ক'লে যে এই বস্তাবোৰ নতুন বেগত ভৰোৱা হৈছে কিয়? চোৰাং কৰি বিক্ৰী কৰা বস্তাবিলাক মিলাবৰ কাৰণে এনে কৰা হৈছেনেকি? তেখেতৰ সন্দেহ দূৰীভূত কৰিবৰ কাৰণে ক'লো যে নিমখ জাহাজত আহে আৰু জাহাজতে বহুত বস্তা ফাটি-চিটি লোকচান হৈ আহে, গতিকে এইবিলাক নতুনকৈ চিলাই যাতে আৰু বেছি লোকচান নহয় তাৰ ব্যৱস্থা কৰা হৈছে। তেখেতে একো নকৈ মনে মনে থাকিল আৰু যাবৰ সময়ত কৈ গ'ল যে ছিলঙৰপৰা চেনিৰ বস্তাবিলাক বিক্ৰী কৰি গুদাম খালী কৰা আদেশ পঠাবগৈ।

ছিলং পায়ে যোৰহাটৰ গলি থকা চেনিখিনি এজন মাৰোৱাৰীক মিছিমি কৰিবলৈ দিলে আৰু লগে লগে সকলোবিলাক

চুপাৰিণটেনডেণ্ট অব ডিষ্ট্ৰিবিউচনক বদলিৰ আদেশ আহিল। মোক গুৱাহাটীলৈ বদলি কৰিলে। গুৱাহাটীত কাম কৰা বৰ জঞ্জাল হ'ব, কিয়নো তাত লাখ লাখ টকাৰ কাপোৰ, সূতা, নিমখ, চেনিৰ হিচাপৰ বেমেজালি আৰু সেইবাবে তাত থকা চুপাৰিণটেনডেণ্ট-জনক কামৰপৰা নিলম্বিত কৰা হ'ল। ইফালে মোৰ পৰিয়ালৰ ভয়ানক অসুখ। এজাক কণ কণ ল'ৰা-ছোৱালীৰে সৈতে এগৰাকী বেমাৰী মাকক লৈ থাকিবলৈ ভাবা ঘৰ পোৱাটোও অসম্ভৱ যেন লাগিল। সেই সময়ত মোৰ মাহিলি বেতন মাত্ৰ ২২০ (দুশ বিশ) টকা আৰু বেতনৰ লগত কোনো এলাওৱেন্স নাছিল।

বদলিৰ আদেশ পায়ে এখন এডমিনিষ্ট্ৰেটিভ কাউন্সিলৰ মিটিং পাতি সকলোকে কথাটো জনালো। মিটিঙত সকলোৱে আলোচনা কৰি মোৰ বদলিৰ হুকুম উঠাই ল'বৰ কাৰণে চৰকাৰলৈ উপায়ুক্তৰ হতুৱাই টেলিগ্ৰাফ কৰালে।

ভালে দিন চৰকাৰৰপৰা কোনো উত্তৰ নহাকৈ আছিল। ইতিমধ্যে উপায়ুক্ত শ্ৰীসেনৰপৰা এটুকুৰা কাগজত এটা আদেশ আহিল যে চেণ্ট্ৰেল ট্ৰেডিঙৰ খুচুৰা কাপোৰ সূতাৰ দোকানখন বন্ধ কৰি দিব লাগে। হঠাৎ এনে এটা হুকুম পাই মই বৰ আচৰিত হ'লো, যিহেতু এই দোকানৰ বাবে যোৰহাটত কাপোৰ সূতাৰ ক'লা বজাৰ একেবাৰে বন্ধ হৈছিল আৰু এই দোকানত প্ৰচুৰ লাভ হোৱাত কেইবাজনো বাহি থকা যুৱকৰ অন্ন সংস্থাপন হৈছিল।

উপায়ুক্তলৈ মই লিখি পঠালো যে এই খুচুৰা দোকানখন বন্ধ কৰিবলৈ উপায়ুক্তৰ কোনো অধিকাৰ নাই, তথাপি যদি বন্ধই কৰিব লাগে তেখেতে নিজে আহি দোকানত তলা লগাই

তেখেতৰ চীল-মোহৰ মাৰি থৈ যাওকহি। মই নিজে এনে গৰ্হিত কাম কৰিব নোৱাৰিম।

মোৰ টোকাটো পাই উপায়ুক্তজন খণ্ডত গৰ্জ্জি উঠিল আৰু তেখেতৰ গাড়ী পঠাই তেখেতৰ বঙলালৈ মোক ভুৰংতে মাতি পঠালে। গাড়ীখন আধাঘণ্টামান ৰখাই থৈ ধীৰে-সুস্থিৰে চাহাবৰ বঙ্গলালৈ গ'লো। মোক দূৰৈৰপৰা দেখিয়েই উপায়ুক্ত চাহাবে বঙ্গলাৰপৰা দপ্‌দপাই নামি আহি মোক ইংৰাজীত সুধিলে "Who you are to question my jurisdiction?" মই উত্তৰত ক'লো যে মই জানো যে এই দোকান বন্ধ কৰিবলৈ আপোনাৰ কোনো এক্তিয়াৰ নাই। এই বুলি কৈয়ে মই তেখেতৰ কাষৰপৰা ঘপ্‌কৈ গুচি আহিলো আৰু ড্ৰাইভাৰজনক পুনৰ মোক অফিচত থৈ আহিবলৈ ক'লো যাতে তেখেতে মোক খোজ কঢ়াই পঠাবলৈ কোনো সুবিধা নাপায়। অফিচ আহি পায়ে এডমিনিষ্ট্ৰেটিভ কাউন্সিলৰ এখন জৰুৰী সভা আহ্বান কৰিলো। সভাখন উপায়ুক্তৰ বঙ্গলাতে হ'ব বুলি জাননী দিয়া হ'ল। মোৰ আচৰণত বিবুদ্ধি হৈ উপায়ুক্তই স্বৰ্গীয় প্ৰসন্ন কুমাৰ বৰুৱাৰ ওচৰলৈ আহিল। তেখেত চেণ্ট্ৰেল ট্ৰেডিঙৰ ভাইচ চেয়াৰমেন আছিল। মই তেখেতক কৰা ব্যৱহাৰৰ কথাবিলাক ক'লোগৈ। পিছদিনা বৰুৱাই মোক মতাই নি সকলো কথাৰ বুজ ল'লে। মই সকলো কথা ভাঙি-পাতি কোৱাত তেখেতে মোক সমৰ্থন কৰিলে।

সভাৰ জাননীখন উপায়ুক্তই পাই তেখেতক নোসোধাকৈ কিয় সভা আহ্বান কৰা হৈছে বুলি মোৰ কৈফিয়ৎ তলব কৰিলে আৰু তেখেতৰ বঙ্গলাত তেখেতক নোসোধাকৈ কিয় সভাৰ স্থল নিৰ্ণয় কৰা হ'ল তাৰো কৈফিয়ৎ বিচাৰিলে।

মই লিখি পঠালো যে এইখন মিটিং সদায় তেখেতৰ বঙ্গলাতে হয়, যিহেতু তেখেত চেম্বেৰ্চ প্ৰেচিডেণ্ট সভাপতি আৰু মই সম্পাদক। এই জৰুৰী মিটিংখন পাতিব লগা হ'ল যিহেতু এনে এটা গুৰুতৰ বিষয়ত তেখেতৰ লগত মোৰ বিপৰীত মত হৈছিল। মোৰ কৈফিয়ৎ পাই তেখেত অগত্যা মান্তি হ'ব লগা হ'ল, যথা সময়ত সকলো সভ্য আহি উপায়ুক্তৰ বঙলাত হাজিৰ হ'লহি। স্বৰ্গীয় খান বাহাদুৰ কেৰামত আলিয়ে মিটিং বহাৰ আগতে সকলোকে ক'লে যে এইখন দোকানে যোৰহাটৰ ক'লা বজাৰ সম্পূৰ্ণ বন্ধ কৰিছে: এনে স্থলত আমাৰ লগত পৰামৰ্শ নকৰাকৈয়ে এই দোকান বন্ধ কৰিবলৈ উপায়ুক্তৰ কোনো এক্তিয়াৰ নাই। উপায়ুক্তই ওপৰ মহলাৰপৰা কথাবিলাক শুনি আছিল আৰু নামি আহিয়েই ক'লেহি যে দোকানখন বন্ধ কৰা নহ'ব, তেখেতৰ ভুল হৈছিল।

ইয়াৰ পিছত এজন কংগ্ৰেছ পাৰ্টিৰ বাহিৰা মানুহক মোৰ ঠাইত মকৰল কৰি মোক গুৱাহাটীলৈ যাবলৈ আদেশ আহিল। মই ছুটী ল'লো। ছুটীৰ ভিতৰতে ছিলঙলৈ গৈ সমবায় মন্ত্ৰী স্বৰ্গীয় মহেন্দ্ৰ মোহন চৌধুৰীক তেখেতৰ ঘৰত লগ ধৰিবলোগৈ। বহুত মানুহৰ লগত তেখেতে কথা পাতি থকাত পালোগৈ। মোক বহিবলৈ কৈ সকলোকে বিদায় দি মোৰ লগত কথা আৰম্ভ কৰিলে। মই তেখেতক ক'লো যে মোক গুৱা-হাটীলৈ বদলি কৰা মানে মোক শাস্তি দিয়া। কি কাৰণে মোক এনে শাস্তি দিয়া হৈছে তাকে বুজিবৰ কাৰণে তেখেতৰ ওচৰলৈ অহা বুলি ক'লো। তেখেতে ক'লে যে গুৱাহাটীৰ কাৰণে বিশেষ কাৰ্যদক্ষ অফিচাৰ লাগে কাৰণেহে মোক আনিছে আৰু গুৱাহাটীত থকা জনক কামৰূপৰা নিলম্বিত কৰা হৈছে,

যিহেতু তেখেতে হিচাপ-পত্ৰৰ বহুত বেমেজালি লগালে। মই তেখেতক ক'লো যে মোৰ তিৰোতাগৰাকী বৰ অসুখীয়া আৰু মোৰ সাতোটা স্কুলত পঢ়া ল'ৰা-ছোৱালী। এইসোপাক লৈ গুৱাহাটীত মোৰ দৰ্ম্মহা দুগুণ হ'লেও থাকিব নোৱাৰিম ; কেৱল ঘৰ ভাৰাতে মোৰ গোটেই দৰ্ম্মহাটো যাব। গতিকে এনে পৰিস্থিতিৰপৰা মোক নিস্কৃতি দিবৰ কাৰণে তেখেতক অনুৰোধ কৰিলো। তেখেতে মোক গুৱাহাটীলৈ আহিবই লাগিব বুলি টানকৈ ক'লে আৰু মোৰ ল'ৰা-ছোৱালী পঢ়ুৱাবৰ কাৰণে তেখেতে একো কৰিব নোৱাৰিব বুলি ক'লে। তেখেতৰ এনে নিষ্ঠুৰ ভাৱ দেখি মোৰ বৰ খং উঠিল আৰু ক'লো যে তেখেত দেশৰ এজন নেতা আৰু সকলো কাম দেশৰ কল্যাণৰ বাবে কৰিব লাগিব। মোৰ ল'ৰা-ছোৱালীকেইটা তেখেতৰ নিজৰ ল'ৰা-ছোৱালী বুলি ভাবিব লাগিব আৰু মন্ত্ৰী হিচাবেও তেখেতে তেখেতৰ কৰ্ম্মচাৰীৰ বিপদ-আপদত সমবেদনা জনাব লাগে। যদি এইখিনিকে তেখেতৰপৰা আশা কৰিব নোৱাৰি তেতিয়া হ'লে মোৰ কপালক ধিয়াই ঘৰতে থাকি খুজি-মাগি খাই যেনে-তেনে মোৰ ঘৰ-সংসাৰ চলাব লাগিব।

মোৰ কথাত মন্ত্ৰীগৰাকী হতভম্ব হ'ল আৰু তৎক্ষণাত তেখেতৰ ভুলটো বুজিব পাৰি মনটো কোমলাই চাহ-জলপান খুৱাই মোক সুধিলে যে যোৰহাটৰ বাহিৰে ক'ত দিলে মোৰ সুবিধা হ'ব? মই ক'লো যে মোৰ অসুবিধাৰ বিষয়ে কোৱাই হ'ল ; তাকে চাই যদি অনুগ্ৰহ কৰি মোক গোলাঘাট বা শিৱসাগৰত দিয়ে তেতিয়া হ'লে বন্ধৰ দিনত ঘৰলৈ আহি মোৰ ল'ৰা-ছোৱালীবিলাকৰ পঢ়া-শুনাৰ যত্ন ল'ব পাৰিম আৰু মোৰ ৰুগ্ন পত্নীৰ চিকিৎসা কৰিব পাৰিম। তেখেতে মোক গোলাঘাটত

দিব পৰা হ'ব বুলি ক'লে। মই স্বস্তিব নিশ্বাস পেলাই তেখেতক ধন্যবাদ দি বিদায় ললো।

এইখিনিতে এটা কথা কোৱা ভাল হ'ব; যিবিলাক বিভাগৰ কৰ্ম্মচাৰীসকলৰ প্ৰচুৰ ঘোচ খোৱাৰ স্থল আছে, সেইবিলাক বিভাগৰ কৰ্ম্মচাৰীসকলৰ বেতন বৰ কম। মন্ত্ৰী-সকলে ভাবে যে এইবিলাক কৰ্ম্মচাৰীয়ে দৰমহা নহ'লেও ঘোচৰ টকাৰেই চলিব পাৰে। সেইকাৰণে মোৰ মাত্ৰ ২২০ (দুশ বিশ) টকা দৰমহাৰে গুৱাহাটীৰ নিচিনা এখন নগৰত ঘৰ ভাৰা দি এটা ডাঙৰ পৰিয়াল লৈ থকাটো কোনো কথা নহয় বুলি তেখেতসকলে ভাবে। কোৱা বাহুল্য যে মোৰ তলৰ কৰ্ম্মচাৰী বা মোতকৈ বহুত কম বেতনৰ কৰ্ম্মচাৰীয়ে গুৱাহাটী ছিলঙত ঘৰ-বাৰী কৰি, মটৰ গাড়ী দৌৰাই মন্ত্ৰীসকলৰ প্ৰিয়ভাজন হৈ টিঘিল-ঘিলাই থাকিব পাৰিছে। স্বৰ্গীয় চৌধুৰী ডাঙৰীয়াই মোৰ সকলো কথা বুজি বাজি লৈ মোক সুবিধা লগাই দিয়াৰ কাৰণে মই তেখেতৰ ওচৰত মোৰ কৃতজ্ঞতা প্ৰকাশ কৰিলো।

মই যোৰহাট চেণ্ট্ৰেল ট্ৰেডিঙৰ চেক্ৰেটাৰী হৈ থাকোতে এটা ঘটনা ঘটিছিল, ঘটনাটো এনে: যোৰহাটত থকা সমবায় বিভাগৰ বিষয়াসকলে মোক ভাল নাপাইছিল, কিয়নো তেখেতসকলক যেইকোনো সময়ত মোৰ অফিচলৈ আহি কাগজ-পত্ৰ চাবলৈ নিদিছিলো; কিয়নো মোৰ অফিচত ইমান কাম যে তাৰ ভিতৰত হিচাপ-পত্ৰ দেখুওৱাটো একেবাৰে অস-ম্ভৱ আছিল। বহুত দুৰ্বাণৰপৰা অহা সমবায় সমিতিবিলাকৰ সভাপতি সম্পাদকসকল কাপোৰ সুতা, নিমখ, চেনি নিবলৈ আহি মোৰ অফিচত ঠাহ খাই থাকেহি, গতিকে এওঁলোকক বস্তু যোগান দিয়াৰ বাহিৰে অন্য কথা ভাবিবৰ কাৰো অৱসৰ

নাথাকে। এনে অৱস্থাত মোৰ বিপক্ষে তলে তলে এটা ষড়যন্ত্ৰ গঢ় লৈ উঠিল। সমবায় বিভাগৰ ৰেজিষ্ট্ৰাৰ আই. মজিদ, আই, চি, এচ, ডাঙৰীয়াক গোপনে মোৰ বিপক্ষে বহুত অভি-যোগ শুনালে। মজিদ চাহাবেও এনে অভিযোগবিলাক সহজে বিশ্বাস কৰিলে; কিয়নো ইতিমধ্যে মোৰ দৰে কামত থকা আন ঠাইৰ বিষয়াসকলে চেণ্ট্ৰেল ট্ৰেডিঙৰ না না বেমেজালি ঘটাই বহুত টকা লোকচান ঘটাইছিল।

এইবিলাক অভিযোগ পাই মজিদ চাহাব যোৰহাট পালেহি আৰু যোৰহাটৰ এচিচটেণ্ট ৰেজিষ্ট্ৰাৰে সমবায় ট্ৰেডিং ছচাইটি-বিলাকলৈ খবৰ দি এখন সভা আহ্বান কৰিলে। এই বিষয়ে মোক বা যোৰহাটৰ উপায়ুক্তক একো জনোৱা নাছিল। মজিদ চাহাব যোৰহাটলৈ অহা গম পাই মই এনেয়ে তেখেতক দেখা কৰিবলৈ গ'লো। তেখেতে মোক সভালৈ আহিবলৈ ক'লে। মই তেখেতক ক'লো যে মই যোৰহাট চেণ্ট্ৰেল ট্ৰেডিঙৰ চেক্ৰে-টাৰী, গতিকে এনে এখন সভা মইহে আহ্বান কৰিব লাগিছিল; কিন্তু মই আচৰিত হৈছো যে মোক একো নজনোবাকৈয়ে এখন সভা ৰেজিষ্ট্ৰাৰ চাহাবে আহ্বান কৰিছে। তেতিয়া তেখেতে এচিচটেণ্ট ৰেজিষ্ট্ৰাৰক সুধিলে যে কিয় মোক এই সভাৰ বিষয়ে একো জনোৱা নাই? এচিচটেণ্ট ৰেজিষ্ট্ৰাৰে থেৰোগেৰোকৈ ক'লে যে মোক খবৰ দিবলৈ এজন পিয়ন পঠাইছিল; কিন্তু কিয় মই খবৰ পোৱা নাই তেখেতে নাজানে। যাহওক মজিদ চাহাবে মোক যথা সময়ত সভালৈ আহিবলৈ ক'লে। মই তেখেতৰ ওচৰৰপৰা বিদায় লৈ ডি, চি, ৰ ওচৰলৈ গ'লো আৰু সকলো কথা ক'লোগৈ। তেখেতেও মজিদ চাহাবৰ কাণ্ড দেখি আচৰিত হ'ল, যিহেতু ডি, চি, নিজেই চেণ্ট্ৰেল ট্ৰেডিঙৰ সভাপতি আৰু জিলা পৰ্য্যায়ত

টেক্সটাইল ও যোগান বিভাগৰ গ্ৰুৰিয়াল। মোৰপৰা খবৰ পাই তেখেতে ফোনেৰে মজিদ চাহাবৰ লগত কথা পাতিলে আৰু বিয়লি তেখেতৰ বঙ্গলাত চাহ খাবলৈ মাতিলে, লগতে মোকো সেই সময়ত তেখেতৰ বঙ্গলাত উপস্থিত থাকিবলৈ ক'লে। যথা সময়ত মজিদ চাহাব আহিল' আৰু আহিয়েই ডি. চি. ডামৱেক চাহাবক এপ'লজি খুজিলেহি। ডামৱেক চাহাবে তেখেতে মজিদ চাহাবৰ লগত পতা কথাবিলাক শুনিবৰ কাৰণে মোক তেখেতৰ শোৱা কোঠাত বহুৱাই থলে। ডামৱেক চাহাবে মজিদ চাহাবক ক'লে যে এনেদৰে এজন সৎ কৰ্ম্মচাৰীৰ বিপক্ষে ষড়যন্ত্ৰ কৰা বিভাগীয় মুৰব্বী এজনৰ কাম অতি গৰ্হিত হৈছে। মজিদ চাহাবে ক'লে যে এই ষড়যন্ত্ৰটোত জড়িত থকা কৰ্ম্মচাৰীসকলক তেখেতে এশিকনি দিব। ইয়াকে কৈ মজিদ চাহাব গ'লগৈ। পিছত ডামৱেক চাহাবে মোক তেখেতে মজিদ চাহাবৰ লগত পতা কথা-বতৰাবিলাক মই শুনিলোনে নাই সুধিলে। মই সকলো শুনিলো বুলি কৈ তেখেতক ধন্যবাদ দি বিদায় ল'লো।

পিছদিনা যথা সময়ত সভা আৰম্ভ হ'ল। এজন স্থানীয় ভদ্ৰলোকে আৰম্ভণিতে উঠি ক'লে যে চেণ্ট্ৰেল ট্ৰেডিঙৰ চেক্ৰেটৰীজন অতি দাম্ভিক। এলাপেচা মানুহে তেখেতৰ ওচৰ চাপিবই নোৱাৰে; কিন্তু মাৰোৱাৰী মহাজনসকলৰ লগত তেখেতৰ বৰ হলি-গলি দেখা যায়। ইয়াৰ ফলত সৰ্ব্বসাধাৰণ মানুহে কণ্ট্ৰল দামত কাপোৰ, সুতা, চেনি, নিমখ আদি নাপায়। এইদৰে কিছুপৰ তেজস্বী বক্তৃতা দি তেখেত বহিল আৰু কেইজনমানে হাত চাপৰি মাৰিলে। তেখেত বহাৰ পিছত আন এজন উঠিল আৰু তেখেতেও টেবুলত চাকিয়াই চিঞৰি ক'লে যে ভাল ভাল কাপোৰ সুতা মাৰোৱাৰী মহাজনসকলক দি বাকী ফটা-চিটা অলাগতীয়াল-

বিলাক সমবায় সমিতিবিলাকক দিয়ে। এওঁলোক বহাৰ পিছত আৰু কোনোবাই কিবা ক'বনে বুলি মজিদ চাহাবে সোধাত কোনেও একো নোকোৱাত এই মানুহ দুজনে কোৱা কথাৰ উত্তৰত মই কিবা ক'ব লগা আছে যদি ক'বলৈ ক'লে।

মই উঠিয়েই প্ৰথমতে কোৱাজনক সুধিলো যে তেখেত যোৰহাট চেণ্ট্ৰেল ট্ৰেডিঙৰ মেম্বাৰ নেকি? কোন ছচাইটিয়ে তেখেতক এই মিটিঙলৈ পঠাইছিল? তেখেতে ক'লে যে তেখেত কোনো সমবায় সমিতিৰ সমজুৱা নহয়, ইয়াত মিটিং হোৱা দেখিহে দুই এটা কথা ক'বলৈ সোমালে। তেখেতৰ কথাৰ উত্তৰত মই ক'লো যে এদিন তেখেতে মোৰ কাপোৰৰ গুদামলৈ গৈ মোক মেল খোলা চটি কাপোৰ অলপমান খুজিছিলগৈ; মই ক'লো যে এইবিলাক নিলাম কৰিহে বিক্ৰী কৰা হয়, এনেভাৱে দিব নোৱাৰি। তেখেতে খঙতে একো নাই হৈ কিবা-কিবি বকি ওলাই আহে। মই তেখেতক ক'লো যে যিহেতু তেখেত কোনো ট্ৰেডিং ছচাইটিৰপৰা এই সভালৈ অহা নাই আৰু তেখেতক ইয়ালৈ কোনেও মতা নাই, গতিকে তেখেতৰ ইয়াত অনধিকাৰ প্ৰৱেশ হৈছে। মই এই সভাৰ আহ্বায়ক-সকলক সুধিব খোজো যে কিয় এই সভালৈ এই মানুহজনক আহিবলৈ দিয়া হৈছে? আহ্বায়ককিজনে ক'লে যে এই দুজন মানুহক কোনেও সভালৈ মতা নাই আৰু লগে লগেই মানুহ দুজনক সভাৰপৰা ওলাই যাবলৈ ক'লে। এনেতে ট্ৰেডিং ছচাইটিৰ প্ৰতিনিধি কেইজনমানে উঠি ক'লে যে এই মানুহ দুজনে গোটাই মিছা কথা কিছুমান ক'বলৈ আহিছিল। এনে হোৱাত বৰ দুঃখ প্ৰকাশ কৰি আৰু ক'লে যে সকলো সমবায় সমিতিকে গুদা-মৰপৰা নিজৰ পচন্দ মতে কাপোৰ সুতা আদি সকলো বস্তু ল'বলৈ দিয়া হয়; ৰাতি দুপৰ হ'লেও সবলোকে বস্তু দিহে

গুদাম বন্ধ কৰা হয়। তেওঁলোকক বাহিৰলৈ কৈ মজিদ চাহাবে মোক ক'বলৈ কয়। মই ক'লো যে অনুমান কৰা হৈছে যে এই সভাখন ষড়যন্ত্ৰমূলক, যিহেতু চেণ্ট্ৰেল ট্ৰেডিংগৰ চেক্ৰেটৰী আৰু চেয়াৰমেনক কোনো খবৰ নিদিয়াকৈ, তেখেতসকলৰ অনুপস্থিতিত নানা ধৰণৰ বদনাম ৰটি, ৰেজিষ্ট্ৰাৰ চাহাবক কিছুমান ভুল ধাৰণা দি ছিলঙলৈ ওলোটাই পঠোৱাৰ মতলৱ। গতিকে মই ৰেজিষ্ট্ৰাৰ চাহাবক অনুৰোধ কৰো যে এই সভা পতাৰ ষড়যন্ত্ৰকাৰীকেইজনক যথোচিত শাস্তি দিব লাগে। মোৰ কথাৰ অন্তত সভা ভঙ্গ কৰা হ'ল আৰু চিনিয়ৰ ক'অপাৰেটিভ ইন্‌স্‌পেক্টৰজনক লগে লগেই কামৰপৰা নমাই দি তেখেতৰ তলৰ-জনক চিনিয়ৰ ইন্‌সপেক্টৰ পদলৈ উন্নীত কৰি তেখেত ছিলং পালেগৈ। সকলো ষড়যন্ত্ৰ অথলে গ'ল।

এতিয়া আগৰ কথালৈ আহোঁ। চৌধুৰী ডাঙৰীয়াৰপৰা আশ্বাস পাই ৰেজিষ্ট্ৰাৰ চাহাবক দেখা কৰিলোগৈ; কিন্তু মোক যে গোলাঘাটত দিব খুজিছে সেই কথা ৰেজিষ্ট্ৰাৰ চাহাবক নক'লো কাৰণ পোনে পোনেই মন্ত্ৰীক দেখা কৰাটো জগৰৰ কথা। তেখেতক মোক গুৱাহাটীত নিদি গোলাঘাট বা শিৱসাগৰত দিবলৈ খাতিলো। ৰেজিষ্ট্ৰাৰ চাহাবে মোক নগাঁৱত দিয়া হ'ব বুলি ক'লে, যিহেতু নগাঁৱত থকাজনকো কামৰপৰা নিলম্বিত কৰা হ'ল। মই একো নামাতি তেখেতৰপৰা বিদায় লৈ যোৰহাটলৈ ঘূৰি আহিলো। দুদিনমানৰ পিছতে নগাঁৱলৈ বদলি হোৱাৰ আদেশ আহিল আৰু যথাসময়ত নগাঁৱৰ উপায়ুক্তৰ ওচৰত হাজিৰ হ'লোগৈ। উপায়ুক্তই মোক ক'লে যে মোক গোলাঘাটতহে দিছে, গতিকে মই গোলাঘাটতহে কামত জইন কৰিবগৈ লাগে। নগাঁৱৰ উপায়ুক্তৰ অফিচৰ সকলোৱে

মোক ভালদৰে জানে। চিৰস্তাদাৰজনে মোক ক'লে যে মোৰ লাভহে হ'ল; যোৰহাটৰপৰা নগাঁৱলৈ বদলিৰ টি, এ, আৰু নগাঁৱৰ-পৰা যোৰহাটলৈ বদলিৰ টি. এ. পাব। তেখেতে তৎক্ষণাত মোৰ টি. এ. বিলখন বনাই উপায়ুক্তৰ চহী কৰাই আনিলে। অৱশেষত তেখেতসকলক মোৰ কৃতজ্ঞতা জনাই গোলাঘাটলৈ ৰাওনা হ'লো।

—+—

# নবম অধ্যায়

গোলাঘাটত থকাজন বিষয়া কংগ্ৰেছ চৰকাৰৰ বৰ প্ৰিয় আছিল। তেখেত গোলাঘাট মহকুমা অফিচৰ কেৰাণীৰপৰা পোনছাটেই চুপাৰিণ্টেনডেণ্ট অব্ ডিষ্ট্ৰিবিউচনৰ কামটো পালে। পূৰ্ব্বতে উল্লেখ কৰা যোৰহাটত মোৰ বদলি কাম কৰা জনক কংগ্ৰেছে পোনপটিয়াভাৱে ই, এ, চিৰ কামত নিযুক্ত কৰি এখেতক যোৰহাটলৈ বদলি কৰিলে। যোৰহাটত কামৰ ভাৰ লোৱাৰ অলপ দিনৰ পিছতে উপাযুক্ত বি, এল, সেন ডাঙৰীয়াৰ হতুৱাই মোৰ কৈফিয়ৎ তলব কৰি এখন চিঠি দিলে যে মই যোৰহাটত কাম কৰাৰ দিনত গুদামত বহুত চেনি কম পোৱা গৈছে।

চিঠিখন পায়ে মই সেন ডাঙৰীয়ালৈ লিখিলো যে তেখেতে যিমান চেনি কম হোৱা বুলি মোলৈ লিখিছে সেইখিনি শতকৰা এভাগতকৈও কম আৰু এই কমটো চৰকাৰে বান্ধি দিয়াতকৈও বহুত কম। সি যি কি নহওক গুদামত চেনি কম হোৱাটো অনিবাৰ্য্য, যিহেতু আযুক্ত মহোদয়ে প্ৰায় আঠ হেজাৰ বেগ চেনি ছমাহতকৈও বেছি দিন গুদামত বন্ধ কৰি ৰখাত চেনিবিলাক গলি নষ্ট হয় আৰু এই চেনি কোনো এজন মহাজনক মিছিৰি কৰিবলৈ দিয়াত যোৰহাটত চেনিৰ ক'লা বজাৰ পুৰাদমত চলে। আনহাতে গোলাঘাটত প্ৰতিবেগ চেনিতে পাঁচৰপৰা দহ কিলোগ্ৰামলৈকে কম পোৱা গৈছে। যোৰহাটৰ দৰে গোলাঘাটত ৰেলৰ ডবাত চেনি কম পোৱাৰ বাবে কোনো চৰ্ট চাৰ্টিফিকেট লোৱা হোৱা নাছিল। যোৰহাটত কিন্তু ৰেল বিভাগৰপৰা

ডবাত কম পোৱা। চেনিৰ কড়াই-ক্ৰান্তিয়ে ক্ষতিপূৰণ আদায় কৰা হৈছিল। গতিকে যোৰহাটত কম হোৱাৰ কাৰণে মোৰ যেনেকৈ কৈফিয়ৎ তলব কৰিছে গোলাঘাটৰপৰা যোৰহাটলৈ যোৱাজনকো তেনেকৈ কৈফিয়ৎ তলব কৰিব লাগে। মোৰ চিঠিখন পায়ে উপায়ুক্ত তাপ মাৰিলে; কিন্তু সুবিধা পালেই মোক গচক মাৰি ধৰিবলৈ সুযোগ বিচাৰি ফুৰা যেন লাগিল।

গোলাঘাটত মোৰ আগৰজনে কৰি যোৱা কামবোৰ বৰ বেমেজালি যেন লাগিল। প্ৰথমেই চেনিৰ গুদামৰ অৱস্থা দেখি মই অবাক। জাকে জাকে বান্দৰ সোমাই চেনিৰ বস্তাবিলাক ফালি-চিৰি চেনিবোৰ খায়; কিন্তু বান্দৰ নোসোমোৱা কৰাৰ কোনো ব্যৱস্থা লোৱা নেদেখিলো। এনে অৱস্থাত চেনিৰ চোৰাং কাৰবাৰ কৰাৰ বৰ সুবিধা হৈ পৰিছিল। এনে অৱস্থা দেখি মই লৰালৰিকৈ গুদামৰ চাৰিওফালে লোহাৰ চিলিঙি দিয়াৰ ব্যৱস্থা কৰিলো। তাৰ বাহিৰেও গোটেই দিনটো গুদামটো ৰখাৰ বাবে এজন ৰখীয়া বন্দবস্ত কৰা হ'ল।

কাপোৰ সুতাৰ গুদামতো একেই অৱস্থা। প্ৰায় ৬০/৭০ হেজাৰ টকাৰ মূল্যৰ কিছুমান কাপোৰ সুতা গুদামটোত দ'ম হৈ থকা পোৱা গ'ল। এইখিনি নষ্ট হোৱা বস্তু বুলি নামমাত্ৰ মূল্যতে বিক্ৰী কৰাৰ যো-যা চলিছিল। এই কাম কৰিবলৈ নৌ-পাওঁতেই হঠাৎ মই আহি পৰিলোহি আৰু কামটো নহ'ল। ঠিক সেই সময়তে চৰকাৰে নিমখ বিতৰণৰ ভাৰ চেণ্ট্ৰেল ট্ৰেডিঙৰ-পৰা উঠাই নি স্থানীয় পাইকাৰী ব্যৱসায়ীবিলাকক ভগাই দিলে। গ্ৰাহক সমবায় সমিতিবিলাকক কণ্ট্ৰল দামত নিমখ দিবৰ কাৰণে চেণ্ট্ৰেল ট্ৰেডিঙৰ চেক্ৰেটৰীয়ে যাক যিমান নিমখ লাগে সেই পৰিমাণৰ পাৰমিট দি পাইকাৰী দোকানবিলাকৰপৰা লোৱাৰ

ব্যৱস্থা কৰা হ'ল আৰু সকলো নিমখৰ পাইকাৰী মহাজনে নিমখ আনিলেই চেণ্ট্ৰেল ট্ৰেডিঙত জনাব লাগিছিল।

এবাৰ এজন ডাঙৰ পাইকাৰী মহাজনে বহু হেজাৰ বেগ নিমখ আনি মোক ক'লেহি যে গ্ৰাহক সমবায়বিলাকক যিমানটো নিমখ লাগিব সিমানটো ৰাখি বাকী নিমখটো তেখেতক বিক্ৰী কৰিবলৈ এৰি দিব লাগে। মই সকলোবিলাক গ্ৰাহক সমবায়লৈ জাননী দিলো যে যাক যিমান নিমখ লাগিব তাৰ কাৰণে এমাহৰ ভিতৰত মোৰপৰা পাৰমিট নিলে সেই মহাজন-জনে নিমখ দিব। কেইখনমান সমবায় সমিতিয়ে নিমখৰ পাৰমিট নিলেহি ; কিন্তু পাইকাৰী মহাজনজনে মোৰ পাৰমিটত নিমখ দিব নোৱাৰি বুলি মানুহকেইজনক ঘূৰাই পঠালে। মানুহ-কেইজনে পাৰমিটকেইখন মোৰ অফিচত ঘূৰাই দিলেহি আৰু কি কাৰণে নিমখ নিদিলে সেই মৰ্ম্মে তেওঁলোকৰপৰা মই একোখন লিখা ল'লো।

কিছুদিনৰ পিছত এই মহাজনজনে মোৰ ওপৰত এটা মোক-দ্দমা তৰিলে যে যিহেতু বহুত হাজাৰ বেগ নিমখ কাকো নিবলৈ পাৰমিট নিদিয়াকৈ তেওঁৰ দোকানত বন্ধ কৰি থোৱাত তেওঁৰ বহুত টকা লোকচান হৈছে আৰু এই লোকচানৰ বাবত গোলাঘাট চেণ্ট্ৰেল ট্ৰেডিঙৰ চেক্ৰেটৰীজন দায়ী। এই মোকৰ্দ্দমাত জিলাৰ উপায়ুক্ত, মহকুমাধিপতি আৰু অসম চৰকাৰৰ মুখ্য সচিবকো জড়িত কৰি মোকদ্দমাৰ নটিশ গ'ল। কোৱা বাহুল্য যে সেই সময়ত বি, এল, সেন ডাঙৰীয়া শিৱসাগৰ জিলাৰ উপায়ুক্ত আছিল আৰু শ্ৰীভাতনাগৰ, আই, এ, এচ্, গোলাঘাটৰ মহকুমাধিপতি আছিল। শ্ৰীসেন ডাঙৰীয়া সদায় মোৰ ওপৰত খঙাহুৱা বুলি কোৱাই হৈছে ; এই নটিশখন পাই তেখেতৰ

তেখেতে এচ. ডি, অ' লৈ মোৰ কৈফিয়ৎ লৈ তেখেতলৈ পঠাবলৈ আদেশ দিলে।

যথা সময়ত এচ. ডি. অ' চাহাবে তদন্ত হাতত ল'লে। মহাজনৰ তৰফৰপৰা এজন বেৰিষ্টাৰক নিয়োগ কৰিলে, যাতে মোক এশিকনি দিব পাৰে। ভাতনাগৰ চাহাব এজন নতুন আই এ. এচ, প্ৰথমে গোলাঘাটতে কামৰ ভাৰ লয়। তেখেতেও প্ৰথম অৱস্থাত মোক সন্দেহৰ চকুৰে চাইছিল। এই সংক্ৰান্তত মই তেখেতৰ বঙলাত তেখেতক দেখা কৰিবলৈ গৈছিলো। থিয়ৈ থিয়ৈ মোক বিদায় দি ক'লে যে মোকদ্দমাৰ বিচাৰৰ দিনা সকলো কাগজ-পত্ৰ লৈ তেখেতৰ এজলাচত হাজিৰ থাকিব লাগিব। পিছদিনাই যথা সময়ত তদন্ত আৰম্ভ হ'ল। নিমখৰ মহাজনৰ তৰফৰপৰা উকীলে মোক বহুত দোষাৰোপ কৰিলে আৰু ইমানবিলাক নিমখ উদ্দেশ্য প্ৰণোদিতভাৱে বন্ধ কৰি ৰখাৰ বাবে ক্ষতিপূৰণ নিদিলে ৰীতি মতে মোকদ্দমা চলোৱা হ'ব বুলি জনালে।

উকীলৰ বক্তৃতাৰ পিছত ভাতনাগৰ চাহাবে মোৰ কি ক'ব লগা আছে ক'বলৈ ক'লে। মই হাঁহি মাৰি ক'লো যে এই মহাজন-জনক ভৱিষ্যতে কোনো কণ্ট্ৰলৰ বস্তু বিক্ৰী কৰিবলৈ দিব নালাগে, যিহেতু এনে মিছা মোকদ্দমাৰ ভাবুকি দেখুৱাই গোটেই নিমখ-খিনি নিজ খুচিত বিক্ৰী কৰি মুনাফা খোৱাৰ মতলব কৰিছে। ট্ৰেডিং ছচাইটিবিলাকক দিবৰ কাৰণে কিছুদিনৰ কাৰণে নিমখটো বন্ধ কৰি ৰখা হৈছে। যিকেইখন ছচাইটিয়ে মোৰপৰা পাৰমিট লৈ নিমখ বিচাৰি গৈছিল তেওঁলোকক নিমখ নিদি ঘূৰাই পঠালে। পাৰমিট নিয়া ট্ৰেডিং ছচাইটিৰ কৰ্ম্মচাৰী-সকলে পাৰমিটত নিমখ নিদিলে বুলি মোক পাৰমিটবিলাক ঘূৰাই দিলে। এই সকলোবিলাক কাগজ, ঘূৰাই দিয়া

পাৰমিট সহ এচ., ডি. অ'. চাহাবক দেখুওৱা হ'ল। তেখেতে মাবোৱাৰীজনক দোষী সাব্যস্ত কৰি ডি. চি. সেন চাহাবলৈ ৰিপৰ্ট পঠালে। পিছত কি হ'ল একো জনা নগ'ল। মহাজনজনে জনা নাছিল যে সমবায় সমিতিবিলাকে মই দিয়া পাৰমিটত নিমখ নাপাই মোক লিখিতভাৱে সেইবিলাক ঘূৰাই দিছিল আৰু মই সযত্নে অফিচ ফাইলত ৰাখি থৈছিলো। ইয়াকে নকৰা হ'লে সেন চাহাবে মোক বাৰুকৈ এসেকা দিলেহেঁতেন।

গোলাঘাটত কংগ্ৰেছৰ মুৰব্বীসকলে মই অহাত বৰ বেয়া পাইছিল যিহেতু মোৰপৰা তেখেতসকলৰ কোনো স্বাৰ্থ সিদ্ধি নহৈছিল। এদিন ৰবিবাৰ এটাত মই যোৰহাটৰ ঘৰলৈ অহাত তেখেতসকলৰ কোনোবা এজনে এচ. ডি. অ. চাহাবক আপত্তি দিলে যে মই বন্ধৰ দিনত মোৰ হেড কোৱাৰ্টাৰত নথকাত ৰাইজৰ বৰ অসুবিধা হয়, গতিকে মোক বন্ধত ঘৰলৈ অহাটো বন্ধ কৰিব লাগে। এচ., ডি. অ. চাহাবে মোক মতাই নি তেখেতৰ অনুমতি নোহোৱাকৈ মই কিয় হেড কোৱাৰ্টাৰ এৰি যোৰহাটলৈ যাওঁ তাৰ কৈফিয়ৎ তলব কৰিলে। মই তেখেতক ক'লো যে বন্ধৰ দিনত মই ঘৰলৈ গ'লেও মোৰ ইন্সপেক্টৰজনক হুম্কলে-মাম্কলে মই নথকাত বিহিত ব্যৱস্থা ল'বৰ কাৰণে থৈ যাওঁ, গতিকে ৰাইজৰ কোনো অসুবিধা নহয়। এই বিষয়ে বিভাগীয় মন্ত্ৰী ডাঙৰীয়াৰ অনুমতি লৈ থোৱা আছে; দৰকাৰ হ'লে এচ., ডি, অ'. চাহাবে মন্ত্ৰীলৈ লিখিব পাৰে। এই বুলি কোৱাত তেখেত মনে মনে থাকিল। ইয়াৰ পিছত মই কামত মনপুতি ধৰিলো। প্ৰথমে গুদামত নষ্ট হৈ থোৱা কাপোৰ সুতাবিলাক কেনেকৈ লোকচান নোহোৱাকৈ বিক্ৰী কৰিব পৰা যায় তাৰ চিন্তা কৰিলো। এদিন এটা

উপায় বিচাৰি পালো যে এই দাগ-দুগে লগা কাপোৰ সূতাবিলাক ধোবাৰ হতুৱাই ধোৱাই পৰিষ্কাৰ কৰি ধুতী, শাৰীবিলাক পুৰা দামত চেণ্ট্ৰেল ট্ৰেডিঙৰ খুচুৰা দোকানৰ জৰিয়তে বিক্ৰী কৰিব পৰা হয় আৰু থান কাপোৰ, মলমল, ভইল আদি ধোৱাই বিচনা চাদৰ, বেড ক'ভাৰ আদি কৰাব পাৰি। মলমল, ভইল, পপ্লিন আদিৰে আঁঠুৱা, কামিজ, ব্লাউজ আদি কৰাই অতি সস্তা দামত দুখীয়া মানুহক দিব পৰা হয়। অকণো বিলম্ব নকৰি ধোবা, দৰ্জী আৰু মনিপুৰী সূতাৰ ৰং দিয়া মানুহ আনি ধুমধাম কামত লগাই দিলো। চেণ্ট্ৰেল ট্ৰেডিঙৰ খুচুৰা দোকানত গ্ৰাহকৰ ভিৰ হ'বলৈ ধৰিবলে। চোৰাং কাৰবাৰীবিলাকে প্ৰমাদ গণিলে। গতিকে আকৌ এটা ষড়যন্ত্ৰ তলে তলে গঢ়ি উঠিল। এচ ডি, অ' চাহাবক মোৰ বিপক্ষে এনেধৰণে কথা লগালে যে গুদামৰ কাপোৰ সূতাবিলাক মই যাকে-তাকে ধুমধাম বিক্ৰী কৰি বেপাৰীবিলাকৰপৰা বহুত টকা খাইছো। এচ ডি, অ' চাহাবৰ মোৰ ওপৰত আগৰেপৰা সন্দেহ আছিলেই, এতিয়া সেইবিলাক আৰু ঘনীভূত হ'বলৈ ধৰিবলে।

এবাৰ শনিবাৰ এটাত মই যোৰহাটলৈ আহিছিলো ; এচ, ডি, অ' চাহাবে কথাটো গম পাই সোমবাৰে মই ঠিক সময়ত কামত আছোনে নাই তাকে চাবৰ কাৰণে ঠিক দহটা বজাত মোৰ অফিচ পালেহি। ইফালে মই নটা বজাতে গোলাঘাট পাই অফিচত কাম কৰি আছিলো আৰু মোক অফিচত বহি কাম কৰি থকা দেখি তেখেত অবাক হ'ল। তেখেতে অফিচ কম্পাউণ্ডৰ চাৰিওপিনে চকু এটা মাৰি মোৰ ওচৰ পালেহি আৰু অফিচ কম্পাউণ্ড ও অফিচটো বেচ পৰিষ্কাৰ-পৰিচন্ন দেখি বৰ ভাল পোৱা বুলি ক'লে। এনেদৰে দুই এটা ভাল

কথা কৈ মোৰ গুদামবিলাক চাবলৈ মোক লগ ধৰিলে। গুদাম-কেইটা ধনশিৰী নদীৰ পাৰত. অফিচৰপৰা প্ৰায় দেৰমাইল মান হ'ব।

প্ৰথমে তেখেতক চেনিৰ গুদামটো দেখুৱালো; বান্দৰে কেনেকৈ চেনি খাই লোকচান কৰিছিল আৰু মই আহি কেনেকৈ বান্দৰ নোসোমোৱা কৰিলো তাক দেখুৱালো। ইয়াৰ পিছত কাপোৰ সূতাৰ গুদামলৈ লৈ গ'লো। গুদামত সোমায়ে তেখেতে দৰ্জী, ধোবা আৰু মনিপুৰী মানুহবিলাকে নষ্ট হোৱা কাপোৰ সূতাবিলাক লৈ থকা দেখিবলৈ পালেহি আৰু তেখেতে গোপনে পোৱা খবৰবিলাক স'চা বুলি প্ৰমাণিত হ'ল। তেখেতে মোক সুধিলে যে কাৰ হুকুমত এনেদৰে কাপোৰ সূতাবিলাক ধোবা, দৰ্জী ও মনিপুৰীক দিয়া হৈছে? মই তেখেতক ক'লো যে এই সকলো কামৰ ওপৰত মোৰ নিজৰ দায়িত্ব আছে, কাৰণ গুদামৰ বস্তুবিলাক হানি-বিঘিনি হ'লে মই ব্যক্তিগতভাৱে দায়ী হ'ম। এইবিলাক নষ্ট হোৱা বস্তু বহুত দিন গুদামত পেলাই থোৱা হৈছিল আৰু নামমাত্ৰ মূল্যত বিক্ৰী কৰি আবৰ্জনা দূৰ কৰিবৰ ব্যৱস্থা হৈছিল; ইতিমধ্যে মই আহি পোৱাত এনে কাম কৰিব পৰা নহ'ল। এতিয়া মই বেল বন্ধা লোহাৰ চিৰিৰ মামৰত দাগ লগা ধুতী, শাৰী, মাৰ্কিন, ভইল আদি কাপোৰ-বিলাক ধোবাৰ হতুৱাই ধোৱাই সেইবিলাক পুৰা দামত চেপ্তৌল ট্ৰেডিঙৰ খুচুৰা দোকানত বিক্ৰী কৰাৰ ব্যৱস্থা কৰিছো। ৰেডিমেড কামিজ, ব্লাউজ, আঠুৱা, বিচনা চাদৰ আদি নিচেই কম মূল্যত দুখীয়া মানুহে ল'বৰ কাৰণে ৰখা হৈছে। এখন আঠুৱা মাত্ৰ আঢ়ৈ টকাত পাব পাৰে। এই কামত একালে ক'লা বজাৰৰ প্ৰকোপ কমিছে, আনফালে চেপ্তৌল ট্ৰেডিঙৰ

বেংকক দিব লগা ধাৰ সম্পূৰ্ণ পৰিশোধ হৈ কিছু মুনাফা থাকিব। ইয়াকে কৈ তেখেতক চেণ্ট্ৰেল ট্ৰেডিঙৰ খুচুৰা দোকানলৈ আনিলো। নষ্ট হোৱা সূতাবিলাক মনিপুৰীব হতুৱাই বং কৰাই বেচ লাভত বিক্ৰী হ'বলৈ ধৰা প্ৰথমে তেখেতক দেখুৱালো। তাৰ পিছত ধুতী, শাৰী, ব্লাউজ, আঁঠুৱা আদি বিচৰা মানুহ দোকানৰ মুখত ঠাহ খাই থকা দেখি তেখেত অবাক হ'ল। তেখেতে সকলোবিলাক তন্নতন্নকৈ পৰীক্ষা কৰি চালে আৰু ঘুৰি আহোঁতে বাটত মোক ক'লে যে গোলাঘাটৰ মানুহে মোৰ বিপক্ষে বহু কথা কোৱাত তেখেতে নিজে সকলো চাই মেলি মানুহে কোৱা কথাব একেবাৰে বিপৰীত পালেহি আৰু মোক ভূয়সী প্ৰসংশা কৰিলে যে মই নিজে নিভীকভাৱে বুদ্ধি থতাই বেংকব আৰু চৰকাৰৰ লোকচানৰ বাট ৰোধ কৰিব পাৰিলো। ইয়াৰ পিছৰেপৰা তেখেতে মোক খুব ভাল পোৱা হ'ল।

কেইবছৰমানৰ পিছত আকৌ তেখেতক গাৰো পাহাৰৰ উপায়ুক্ত হিচাবে লগ পালোহি। তেতিয়া মই ধুবুৰীত এচিচ্‌টেণ্ট ৰেজিষ্ট্ৰাৰ। গাৰোপাহাৰ মোৰ এলেকাৰ ভিতৰত পৰে। মই তুৰা আৰত্ত ভৱনত মোৰ কাৰণে এটা কম ৰিজাৰ্ভ কৰিবলৈ এখন টেলিগ্ৰাম কৰিছিলো। তেখেতে নিজে আহি এটা ভাল কম ৰিজাৰ্ভ কৰি চকীদাৰক হুকুম দি গ'ল যাতে মই কোনো অসুবিধা নাপাওঁ। যথা সময়ত তুৰা পালোগৈ। চকীদাৰে মোৰ কমত বিচনা পাৰি থৈ মোক ক'লে যে চাহাবে মোৰ যাতে কোনো অসুবিধা নহয় তাৰ কাৰণে হুকুম দি গৈছে। ঘটনাক্ৰমে সেইদিনা এ, জি, অফিচৰ কেইজনমান একাউণ্টচ অফিচাৰ মোৰ কাষৰ কমটোতে আছিল। তেখেতসকলে মোক চিনি পাই

মাত লগালে. যিহেতু যোৰহাট চেণ্ট্ৰেল ট্ৰেডিঙৰ হিচাপ চাবলৈ যাওঁতে মই হিচাপ সম্পূৰ্ণ হোৱা নাই বুলি তেওঁখেতসকলক বিদায় দিছিলো। মই তেখেতসকলৰ চিন পাহৰা কাৰণে ক্ষমা কৰিবলৈ ক'লো। মোক তেখেতসকলৰ কমত বহুৱাই ৰং-ধেমালি কৰি নানা কথাৰ সংক্ৰান্তত মোক ক'লে যে যদিও মই তেখেত-সকলক কোনো হিচাপ দেখুৱাব নোৱাৰিলো তথাপি মই যোৰহাটৰ-পৰা বদলি হৈ অহাৰ পিছত তেখেতসকলে যোৰহাটত হিচাপ পৰীক্ষা কৰিলোঁহি আৰু যোৰহাটতকৈ ভাল হিচাপ আন কোনো ঠাইত পোৱা নগ'ল বুলি মোক ক'লে। একমাত্ৰ যোৰহাটতহে কাপোৰ, সূতা, নিমখ, চেনি বিতৰণৰ পৰিষ্কাৰ হিচাপ পালে আৰু বেংক ও চৰকাৰৰ যথেষ্ট লাভ হোৱা পালে। এইদৰে তেখেত-সকলৰ লগত বহি থাকোতেই হঠাৎ শ্ৰীযজ্ঞেশ্বৰ গগৈ, জইণ্ট ৰেজিষ্ট্ৰাৰ পালেহি। তেখেতৰ কাৰণে কোনো কম বিজাৰ্ভ নথকাত মোৰ কমতে থাকিবলৈ দিলো। শ্ৰীগগৈক তেখেতসকলৰ লগত চিনাকি কৰি দিলো।

পিছদিনা পুৱা আমি দুৱো উপায়ুক্ত চাহাবক দেখা কৰি-বলৈ গ'লো। তেখেতক বঙ্গলাত বহি থকা অৱস্থাতে পালোগৈ। শ্ৰীগগৈক তেখেতৰ লগত পৰিচয় কৰি দিয়া হ'ল। নানা কথা আলোচনাৰ পিছত তেখেতে শ্ৰীগগৈক ক'লে যে গাৱো পাহাৰত সমবায় আন্দোলনে মূঠেই গা কৰিব পৰা নাই, গতিকে তাত এজন নিগাজী এচিচ্‌টেণ্ট্‌ ৰেজিষ্ট্ৰাৰ দিব লাগে আৰু মোকেই দিলে বৰ ভাল হয়, যিহেতু গোলাঘাটত কাম কৰা দিনত তেখেতে মোক বৰ ভালকৈ জানিছিল।

মই গোলাঘাটত থাকোতেই কাপোৰ সূতাৰ কণ্ট্ৰল উঠি গ'ল আৰু মোক শিৱসাগৰৰ চিনিয়ৰ ইন্‌স্পেক্টৰ কৰি পঠালে।

শিৱসাগৰত এমাহ দুমাহ মান থকাৰ পিছতে অসমৰপৰা চাৰি-জনক পুনাৰ সমবায় কলেজত প্ৰশিক্ষণ ল'বৰ বাবে পঠাবলৈ ঠিক কৰিলে। ইয়াৰ ভিতৰতে ময়ো এজন হ'লো। আমিবিজন হ'লোঃ ১) মই, শ্ৰীযাদব বৰুৱা।

২) শ্ৰীৰাজমণি নাথ।

৩) শ্ৰীপ্ৰফুল্ল বৰদলৈ।

৪) শ্ৰীমহবুবৰ ৰহমান।

—o—

# দশম অধ্যায়

যথা সময়ত আমি পুনালৈ ৰাওনা হ'লো। শ্ৰীপ্ৰফুল্ল বৰদলৈ আৰু মই দুয়োজন যোবহাটৰ আৰু আমাৰ দুয়োৰো ঘৰ নিচেই ওচৰা-ওচৰি, গতিকে দুয়ো একেদিনাই একেখন গাড়ীতে ৰাওনা হ'লো। কলিকতাৰপৰা পোনে পোনেই বম্বে পালোগৈ। তাতে শ্ৰীবৰদলৈৰ এজন আত্মীয়ৰ ঘৰত ভাতসাজ খাই পুনালৈ ৰাওনা হলো (পুনাক আজি-কালি পুনে বোলে)। পুনা পায়ে ইডেনভিলা বোলা কলেজৰ হোষ্টেলটোত উঠিলোগৈ। এই কলেজতে মধ্য এচিয়া আৰু ভাৰতৰ সকলো ঠাইৰপৰা প্ৰশিক্ষণ ল'বলৈ অহা কৰ্ম্মচাৰীসকল থাকে।

শ্ৰীবৰদলৈ, মই আৰু উৰিষ্যাৰ শ্ৰীলম্বোদৰ দণ্ডপাত নামে এজন এচিচটেণ্ট ৰেজিষ্ট্ৰাৰ তিনিও একেটা কোঠাতে থাকিবলৈ ল'লো। পিছত শ্ৰীমহবুবৰ ৰহমানো আমাৰ লগতে থাকিবলৈ ল'লে; আমাৰ কাষৰ কোঠাটোত শ্ৰীৰাজমণি নাথ, পশ্চিমবঙ্গৰ শ্ৰীএচ. বসু, শ্ৰীডি. এন. পাল আৰু শ্ৰীজি. চি. মহান্তি আছিল। আমাৰ আটাই-কেইজনৰ খোৱা-বোৱা, কথা-বাৰ্ত্তা সকলোফালে মিল কাৰণে আমি একেলগেই ফুৰা-চকা আদি কৰো। আৰু দুজন অফিচাৰ আমাৰ লগত বৰ ঘনিষ্ঠ হৈ পৰিল। তেওঁলোক হ'ল গুজৰাটৰ শ্ৰীওজা আৰু বৰোদাৰ ডাঃ মহবল। ডাঃ মহবলে আমাৰ লগত প্ৰশিক্ষণ লৈ থাকোতে বৰোদা বিশ্ববিদ্যালয়ৰপৰা ডক্টৰেট উপাধি পায়। আমি পুনা এৰি অহাৰ সময়ত আমাৰ গ্ৰুপৰ আটাই-কেইজনে আমাক লৈ ফুৰা প্ৰফেচাৰ ভাগৱতৰ সৈতে এখন গ্ৰুপ

ফটো লওঁ। এই ফটোখন মই প্ৰায়ে চাই বৰ তৃপ্তি লাভ কৰো।

আমাৰ হোষ্টেলৰ চুপাৰিণটেনডেণ্টজনৰ নাম আছিল মিঃ ৰেইনদুৰ। আমি অহাৰ পিছত তেখেত ঢুকাল বুলি শুনি মৰ্মান্তিক বেজাৰ পালো। তেখেত সপৰিবাৰে আছিল আৰু আমি তেখেতৰ ঘৰতে আছিলো যেন লাগিছিল। তেখেতৰ পৰিবাৰ-গৰাকী অতি অমায়িক মহিলা আছিল। তেখেতৰ মোহন বুলি এটি ৬/৭ বছৰীয়া উগ্ৰ চোকা ল'ৰা আছিল। ল'ৰাটিয়ে গোটেই দিনটো আমাৰ লগতে কটায়; কথা ইংৰাজীত পাতে।

কলেজখনৰ প্ৰিন্সিপালজন পাচী ভদ্ৰলোক আছিল। তেখেতৰ নাম মিঃ চা। মানুহজন অতি বিদ্বান ও মৰ্ময়াল আছিল, আমাৰ কাৰোবাৰ অসুখ-বিসুখ হ'লেই তৎক্ষণাত খা-খবৰ লয়। তেখেত এজন বৰ ভাল হোমিওপেথ আছিল।

কিছুদিনৰ পিছত আমাৰ সকলোকে দুটা গ্ৰুপ কৰি দাক্ষিণাত্যৰ বিভিন্ন ঠাইৰ সমবায় অনুষ্ঠানবিলাক চাই-চিতি আহিবলৈ পঠায়। আমাৰ গ্ৰুপটোক প্ৰফেচাৰ ভাগৱতে নিয়ে আৰু আনটো গ্ৰুপ প্ৰফেচাৰ যোচীয়ে নিয়ে। এখেত দুয়োজনেই অতি অমায়িক, বিদ্বান ও ধাৰ্মিক লোক আছিল। প্ৰফেচাৰ ভাগৱতৰ লগত তেখেতৰ পৰিবাৰো গৈছিল। আমি প্ৰশিক্ষণ লোৱাৰ লগতে দাক্ষিণাত্যৰ কেইবাটাও বিখ্যাত মন্দিৰ দৰ্শন কৰিবলৈ পালো, যেনে— মাদুৰাৰ মীনাক্ষী মন্দিৰ, ৰামেশ্বৰ মন্দিৰ আৰু শ্ৰীৰাম-লক্ষ্মণৰ সমৰসজ্জা কৰা ধনুষ্কোডি বোলা ঠাইডোখৰ য'ৰপৰা লংকাখন কিৰিমিৰিকৈ দেখা পোৱা যায় আদি। কোৱা বাহুল্য যে আমাৰ প্ৰশিক্ষণ লোৱাৰ সকলো খৰচ ৰিজাৰ্ভ বেংক অব ইণ্ডিয়াই অসম গভৰ্ণমেণ্টৰ জৰিয়তে বহন কৰিছিল।

প্ৰথমে আমাক মাদ্ৰাজলৈ নিয়াৰ দিহা কৰিলে; কিন্তু মোৰ

মহা বিপদ হ'ল যে অসম চৰকাৰৰপৰা মোৰ দৰ্মহা ও টি, এ, নহাত হাতত পইচা একেবাৰে নোহোৱা হ'ল। উপায় নাপাই প্ৰিন্সিপালৰ ওচৰ চাপিলো আৰু তেখেতক সকলো কথা ক'লো। তেখেতে ক'লে যে এইটো কোনো চিন্তা কৰিব লগা কথা নহয়। তুমি এজন বিশ্বাসযোগ্য মানুহ, তোমাক সহায় কৰিবলৈ কোনো চিন্তা নাই। কিমান টকা হ'লে হ'ব বুলি সোধাত এহেজাৰমান হ'লেই হ'ব বুলি ক'লো। কোৱা মাত্ৰেই এহেজাৰ টকাৰ চেক্ এখন লিখি মোৰ হাতত দিলে। মোকে দেখি শ্ৰীবৰদলৈয়েও কিছু টকা ল'লে। লগে লগেই অধ্যক্ষজনে অসম গভৰ্ণমেণ্টলৈ বৰ বেয়াকৈ এখন চিঠি লিখিলে আৰু অসম গভৰ্ণমেণ্টে দৰ্মহাৰ টকা আৰু অহা খৰচ সম্পূৰ্ণ টি, এম, অ' যোগে পঠাই দিলে।

মাদ্ৰাজ, মাদুৰা, আৰু ৰামেশ্বৰৰপৰা ঘূৰি অহাৰ পিছত মোৰ দাঁতবিলাক বদলি কৰাৰ কথা চিন্তা কৰিলো। পুনাতে ভাৰতৰ ভিতৰত ভাল ভাল ডেণ্টিষ্ট আছে বুলি গম পালো। আমাৰ হোষ্টেলৰ চুপাৰিণটেনডেণ্ট্ মিঃ বৈদ্যই মোক বুজাই দিলে যে প্ৰিন্সিপাল চা ডাঙৰীয়াই মোক এই বিষয়ত সহায় কৰিব পাৰিব, পিয়নো সকলো নামজাদা ডেণ্টিষ্ট পাচী মানুহ। সেইমতে প্ৰিন্সিপালৰ ওচৰলৈ গ'লো। তেখেতে টেলিফোনেৰে এজন ডেণ্টিষ্টক সুধিলে; কিন্তু সেইজনে সোনকালে নোৱাৰিম বুলি কোৱাত মিঃ জগচ্ নামৰ আন এজনক সুধিলে। মিঃ জগচে মোক মাতি পঠালে। আমাৰ হোষ্টেলৰ ওচৰৰ মহাত্মা গান্ধী ৰ'ডৰ মূৰতে তেখেতৰ ক্লিনিক। মানুহজন দেখিয়েই মনটো ভাল লাগিল। তেখেত এজন অতি অমায়িক ভদ্ৰলোক আৰু তেখেতৰ পত্নীও তেখেতৰ দৰেই প্ৰিয়দৰ্শিনী আৰু অমায়িক। তেখেতে মোক

পৰিয়ালত কিমান মানুহ, ল'ৰা-ছোৱালী কিমান ইত্যাদি নানা কথা সোধে যেন তেখেত মোৰ এগৰাকী অতি আপোন মানুহ। মানুহগৰাকী ইমান মৰমিয়াল আছিল যে যিদিনাখনৰপৰা তেখেতৰ স্বামীয়ে মোৰ দাঁত উঠাবলৈ আৰম্ভ কৰিলে সেই দিনাৰপৰা মোলৈ মাজে সময়ে মচাম্বি ও গাখীৰ পঠাই দিয়ে। তেখেত-সকলে কেৱল ধন ঘটিবৰ কাৰণেই ক্লিনিক খোলা নাছিল, লগতে মানৱতাৰ দিশটোও অক্ষুণ্ণ ৰাখিছিল। মই এনেকুৱা দুগৰাকী-মানুহৰ সম্পৰ্কলৈ আহিবলৈ পাই নিজকে ধন্য মানিলো। মিঃ জগাচে মোক এটা বেজী দি থৈ তেখেতৰ পৰিয়ালৰ লগত কথা পাতিবলৈ দিয়ে আৰু কোন মুহূৰ্ত্তত আহি দাঁতটো উঠাই নিয়ে একো গমকে ধৰিব নোৱাৰি। এইদৰেই মই অকণো কষ্ট নোপোৱাকৈ মোৰ দুইপাৰি দাঁত উঠাই ল'লো। তেখেতে ক'লে যে ছমাহৰ পিছতহে নতুন দাঁত লগাব পৰা হ'ব। মই ক'লো যে মই ঘৰলৈ ঘূৰি যোৱাৰ আগতে দাঁত লগাব নোৱাৰিলে আৰু লগোৱাই নহ'ব, কাৰণ তেখেতৰ নিচিনা এজন ডেণ্টিষ্ট মই ক'তো নাপাম। তেখেতৰ পৰিয়ালেও ক'লে যে মই দাঁত নলগোৱাকৈ ঘৰলৈ ঘূৰি যাব নোৱাৰিম, কিবা এটা বুদ্ধি কৰিবই লাগিব।

মোৰ ওপৰত যে এই দম্পতীযোৰা ইমান সহানুভূতিশীল আৰু কণাহি কোৱা টান। তেওঁলোকে কেৱল টকা, আৰ্জনেই কথা নাই লগে লগে সকলোকে মৰম সাদৰ কৰি এটা মানৱীয় দৃষ্টিত মাত্র চলিব পৰাকৈ ফিজ লৈ সকলোৰে শুশ্রূষা কৰে। ইমান মৰমিয়াল আৰু সাধু চিকিৎসক মই আগেয়ে কেতিয়াও পোৱা নাছিলো। মোৰপৰা মাত্র ১৫০ (এশ পঞ্চাশ) টকা লৈ দুই পাৰি উৎকৃষ্ট দাঁত নিগাজিকৈ লগাই দিলে যিটো আন ক'তো পোৱা নগলহেঁতেন। তেখেতে মোক ছমাহমানৰ [illegible]

নতুন এজোৰ দাঁত লগাই ল'বলৈ উপদেশ দিছিল; কিন্তু সেই একেযোৰ দাঁতেই আজি ৩৫ বছৰ ধৰি পিন্ধি আছো 'আৰু নতুন দাঁত লগোৱা নহ'ব। উল্লেখযোগ্য যে দাঁত লগোৱাৰ পিছত মোৰ স্বাস্থ্য বহুত ভাল হ'ল। কোনো লেখত ল'ব-লগা অসুখ আজি পৰ্যন্ত হোৱা নাই আৰু বাকী তেনেকুৱা চাকৰিত কোনো মেডিকেল লিভ ল'বৰ দৰকাৰ নহ'ল।

পুনাত প্ৰশিক্ষণ লোৱা দিনকেইটা মোৰ চিৰস্মৰণীয়। মই পুনালৈ যাওঁতে মোৰ সাতোটা কণ কণ ল'ৰা-ছোৱালী মোৰ ঘৰৰ বেজবৰুৱা চুকত গছ-গছনিৰে ঠাহ খোৱা, বাট-পদূলি নথকা সেমেকা ঠাইত এৰি থৈ আহিছিলো। মোৰ পৰিবাৰৰ কম শৰীৰেৰেই এই পোনাকেইটাক বুকুত লৈ একমাত্ৰ ভগৱানৰ কৃপাত থাকিল। একমাত্ৰ সহায় হ'ল শ্ৰীমান সোমেশ্বৰ কেইবাপুৰুষো আমাৰ ঘৰৰ লগত ওতঃপ্ৰোতঃভাৱে জড়িত। এই ল'ৰাটি অতি বিশ্বাসী, নিৰ্ভীক, কাৰ্যক্ষম আৰু অতি মৰমিয়াল আছিল। মই পুনালৈ অহাৰ পিছতে মোৰ ডাঙৰ ল'ৰাটো প্লুৰেচিত আক্ৰান্ত হ'ল। মোক সহায় কৰা ইয়েই একমাত্ৰ মানুহ আছিল আৰু শ্ৰীমান চন্দন বেজবৰুৱা ডাক্তৰ যোগ্য। এওঁৰ ওচৰতো মই চিৰকৃতজ্ঞ যিহেতু তেওঁ ৰাতি দুপৰতো খবৰ দিলে বিনা বাক্যই ল'ৰাটো চাবলৈ আহিছিল আৰু দৰব-পাতি তেওঁৰে ফাৰ্মেচীৰপৰা বাকী কৰি দিছিল। মোক কোনো চিন্তা নকৰিবলৈ মোলৈ চিঠি দিলে। মোক ভগৱানে ৰক্ষা কৰিলে। ঘূৰি আহি সকলোকে সুস্থ অৱস্থাত পালোঁহি আৰু শ্ৰীমান সোমেশ্বৰক মোৰ অফিচত পিয়ন সুমুৱাই দিলো; কিন্তু সেইজন ল'ৰা একেই বছৰ হ'ল যদিও সি মোৰ নিজৰ পৰিয়ালৰ মানুহ নিচিনাকৈ সদায় মোৰ ঘৰত এপাক মাৰেহি।

# একাদশ অধ্যায়

পুনাৰপৰা প্ৰশিক্ষণ লৈ ঘূৰি অহাৰ পিছত মোক যোৰহাটতে দিব বুলি আশা কৰিছিলো, যিহেতু মই সকলোতকৈ চিনিয়ৰ আৰু পুনাৰ প্ৰশিক্ষণ কেন্দ্ৰৰপৰা ভাল চাৰ্টিফিকেট দিছে। কিন্তু কি বিধিৰ বিপাক মোক যোৰহাটত দিয়াটো দূৰৈৰ কথা, মোৰ চিনিয়ৰ ইন্সপেক্টৰৰ কামটোকে নাইকিয়া কৰি জয়সাগৰ ট্ৰেইনিং ইন্সটিটিউতৰ প্ৰশিক্ষক হিচাপে পঠালে। এই কামত চিনিয়ৰ ইন্সপেক্টৰৰ মাহিলি ত্ৰিশ টকা স্পেচিয়েল পে' নাপায় আৰু চিনিয়ৰ ইন্সপেক্টৰে পোৱা পিয়নজন নাপায়; মাত্ৰ মাহিলি ত্ৰিশ টকা প্ৰশিক্ষণ দিয়াৰ কাৰণে এলাওৱেন্স দিয়াৰ ব্যৱস্থা আছে। ইফালে জয়সাগৰ প্ৰশিক্ষণ কেন্দ্ৰত যিজনক চুপাৰিণ্টেনডেণ্ট কৰি পঠালে তেওঁ মোতকৈ বহুত জুনিয়ৰ আৰু মই তেওঁৰ আদেশত কাম কৰিবলগা কৰিলে। এনে খাৰিজ্যতি মই সহজে ল'ব নোৱাৰিলো। ওপৰলৈ লিখা-লিখি কৰি সময় খৰচ নকৰি মই পুনাৰপৰা এল, পি চি, খনৰ মতে মই চিনিয়ৰ ইন্‌স্‌পেক্টৰ হিচাবে নিজে দৰ্মহাৰ বিল তৈয়াৰ কৰি ত্ৰিশ টকা স্পেচিয়েল পে' আৰু ত্ৰিশ টকা প্ৰশিক্ষণ এলাওৱেন্স লৈ শিৱসাগৰ ট্ৰেজাৰীলৈ বিল পঠালো। উল্লেখযোগ্য যে চিনিয়ৰ ইন্সপেক্টৰে নিজৰ দৰ্মহা নিজে বিল কৰি ল'ব পাৰে। ইয়াত কোনো ওপৰৱালাৰ চহীৰ দৰকাৰ নহৰে। এনে কৰাত মোৰ দৰ্মহা আনবিলাক চিনিয়ৰ ইন্সপেক্টৰতকৈও ত্ৰিশ টকা বাঢ়িল। শিৱসাগৰ ট্ৰেজাৰী অফিচাৰেও সহজে বিলখন পাচ কৰি দিলে।

জয়সাগৰ প্ৰশিক্ষণ কেন্দ্ৰৰ চুপাৰিণ্টেনডেণ্টজনে মই মোৰ দৰ্মহা ও এলাওৱেন্স নিজে লোৱা গম পাই মোক সুধিলে যে তেখেতৰ অনুমতি নোহোৱাকৈ মই কেনেকৈ মোৰ দৰ্মহা ও এলাওৱেন্স ল'লো আৰু ভৱিষ্যতে তেখেতৰ জৰিয়তেহে দৰ্মহা ল'বলৈ ক'লে। মই ক'লো যে মোৰ দৰ্মহা ও এলাওৱেন্স মই নিজেই ল'ব পাৰোঁ, তেখেতৰ অনুমোদনৰ কোনো প্ৰয়োজন নাই।

মোৰ উত্তৰ পাই তেখেতে সমবায় বিভাগৰ ৰেজিষ্ট্ৰাৰলৈ লিখিলে। ৰেজিষ্ট্ৰাৰে জইণ্ট ৰেজিষ্ট্ৰাৰজনক মোৰ ওচৰলৈ পঠালে আৰু মোক কোৱালে যে মই মাত্ৰ ত্ৰিশ টকাহে দৰ্মহাৰ ওপৰত ল'ব পাৰো, ষাঠি টকা ল'ব নোৱাৰো। মই তেখেতৰ কথাত ৰাজী নহ'লো, যিহেতু মই চিনিয়ৰ ইন্সপেক্টৰ হিচাপে ত্ৰিশ টকা স্পেচিয়েল পে' পামেই, মোক কামৰপৰা আঁতৰালে নমালেহে নোপোৱা কৰিব পাৰিব আৰু সেই কোনোৰে প্ৰশিক্ষণ দিবলৈ আহিলে প্ৰশিক্ষণ দিয়াৰ কাৰণে দৰ্মহাৰ ওপৰত ত্ৰিশ টকা পাবই। জইণ্ট ৰেজিষ্ট্ৰাৰজনে মোক কৈ গ'ল যে তেখেতে ছিলঙলৈ ঘূৰি গৈ এই বিষয়ে ৰেজিষ্ট্ৰাৰ চাহাবৰ নিৰ্দ্দেশ পঠাবগৈ; কিন্তু আচৰিত কথা ৰেজিষ্ট্ৰাৰ চাহাবৰপৰা কোনো আদেশ নাহিল। বুজা গ'ল ইও এটা মোৰ বিপক্ষে ষড়যন্ত্ৰ, যিহেতু যাৰ তলত মোক জয়সাগৰত কাম কৰিবলৈ দিছিল, তেওঁ মোতকৈ বহু পিছত অহা কৰ্মচাৰী [illegible] জনা ?)। এওঁ এজন কংগ্ৰেছৰ পৃষ্ঠপোষক কাৰণে আওপকীয়াকৈ এটা ষড়যন্ত্ৰৰে মোৰ ওপৰত তেখেতক দিয়াৰ কাৰবাৰ চলাইছিল।

এনেতে এদিন সমবায় বিভাগৰ মন্ত্ৰী স্বৰ্গীয় [illegible] চৌধুৰী ছিলঙৰ [illegible] আদি [illegible], [illegible], [illegible],

মই বৈ থকা দেখি তেখেতে গাড়ী ৰাখি মই তাত বৈ থাকি কি কৰিছো সুধিলে। মই ক'লো যে পুনাৰপৰা প্ৰশিক্ষণ লৈ আহি মই ইয়াও সমবায় বিভাগৰ কৰ্ম্মচাৰীসকলক প্ৰশিক্ষণ দিছোহি। এচৰতে জয়সাগৰ মীন ফাৰ্মখন দেখি তাৰ মাছবোৰ কি হ'ল মোক সুধিলে। মই ক'লো যে মাজে-সময়ে মাছ ধৰা দেখোঁ, তাৰ বাহিৰে মই একো নাজানোঁ। কোৱা বাহুল্য যে তেখেত মীন বিভাগৰো মন্ত্ৰী, সেই কাৰণে এই বিষয়ে কিছু তথ্য বিচাৰিলে। স্বয়ং মন্ত্ৰী আবিৰ্ভাৱ হোৱাত মই তেখেতক মোৰ কথাখিনি ক'লো আৰু অনতিপলমে মোক প্ৰশিক্ষণ কেন্দ্ৰৰ মুৰব্বী কৰিব লাগে বুলি ক'লো যিহেতু বৰ্ত্তমান থকাজন মোতকৈ বহুত তলৰ আৰু তেখেতৰ মোৰ দৰে পুনাৰ প্ৰশিক্ষণ নাই। তেখেতে ছিলং ঘূৰি পায়ে ইয়াৰ বিহিত ব্যৱস্থা লোৱা হ'ব বুলি কৈ গ'ল। এসপ্তাহমানৰ ভিতৰতে মোক জয়সাগৰ প্ৰশিক্ষণ অনুষ্ঠানৰ অধ্যক্ষ কৰি আৰু জয়সাগৰত থকা অস্থায়ী অধ্যক্ষজনক আগৰ কামত ছিলঙলৈ ঘূৰি যাবলৈ নিৰ্দ্দেশ আহিল; ইমানতে সকলো ষড়যন্ত্ৰৰ অন্ত পৰিল।

এমাহমানৰ ভিতৰতে ধুবুৰীলৈ মোক এচিচ্‌টেণ্ট্ ৰেজিষ্ট্ৰাৰ হিচাবে বদলি কৰিলে আৰু ধুবুৰীৰ এচিচ্‌টেণ্ট ৰেজিষ্ট্ৰাৰজনক জয়সাগৰলৈ মোৰ ঠাইত আনিলে। এইজন এচিচ্‌টেণ্ট ৰেজিষ্ট্ৰাৰ সমবায় বিভাগৰ সবাতোকৈ পুৰণা কৰ্ম্মচাৰী। তেখেতে সমবায় সমিতিবিলাকক শস্যৰ বিনিময়ত ঋণ দিয়া কামত হব লেহেম কৰা কাৰণে বদলি কৰিলে বুলি জানিব পাৰিলো। অৱসৰ ল'বলৈ তেখেতৰ মাত্ৰ কেইমাহমানহে আছিল।

—০—

# দ্বাদশ অধ্যায়

যথা সময়ত ধুবুৰী আহি পাই কামৰ ভাৰ ল'লোঁহি। সমবায় সমিতিবিলাকক শস্যৰ বিনিময়ত ঋণ দিয়াৰ খৰতকীয়া ব্যৱস্থা কৰা হ'ল। কৃষি বিভাগৰ কৰ্ম্মচাৰীসকলৰ লগত পৰামৰ্শ কৰি ঋণ দিয়াৰ ব্যৱস্থা কৰিলোঁ। সাৰ, কঠীয়া, পোক মৰা দৰব, ট্ৰেক্টৰ আদিৰ ব্যৱস্থা কৰি ঋণ দিয়াৰ ব্যৱস্থা কৰা হ'ল আৰু অতি ক্ষিপ্ৰ গতিত কাম চলোৱা হ'ল। কেন্দ্ৰীয় সমবায় বেংকে ৰিজাৰ্ভ বেংক অৱ ইণ্ডিয়াৰপৰা অল্পম্যাদী ঋণ লৈ এই টকা সকলোবিলাক কৃষি সমবায় সমিতিৰ জৰিয়তে খেতিয়কক দিয়া হৈছিল। কেন্দ্ৰীয় বেংকৰ চুপাৰভাইজাৰসকলৰ ঋণ দিয়া দিনৰপৰা খেতি চপোৱা পৰ্য্যন্ত তদাৰক কৰিবলৈ ব্যৱস্থা কৰা হ'ল আৰু ফচল খেতিয়কক বছৰটো খাবৰ কাৰণে দি বাকীখিনি উচিত দামত সমবায় বেচা-কিনা সমিতি বা অন্য কোনো চৰকাৰে পতা অনুষ্ঠানত বিক্ৰী কৰি সেই টকাৰে বেংকৰ ধাৰ মাৰিবৰ কাৰণে নিৰ্দ্দেশ দিয়া হ'ল। লগতে প্ৰতিখন ছচাইটিৰ সমজুৱাসকলক দৈনিক বাদ্ধিবলৈ নিয়া চাউলৰপৰা এমুঠি চাউল এটা মাটিৰ কলহত থৈ থবলৈ নিৰ্দ্দেশ দিয়া হ'ল, যাতে ভৱিষ্যতে ছচাইটিখন স্বাৱলম্বী হয় আৰু কিছুৰ মূলধন হাতলৈ আহে। আচৰিত কথা যে মোৰ এই প্ৰচেষ্টাত ছিলঙত থকা ওপৰৱালাই কোনো সঁহাৰি নিদিলে। আনকি সময়ে সময়ে এই ঋণ দিয়াৰ বিষয়ে আলোচনা সভাবিলাকত মন্তব্য কৰা শুনিলো যে এনেদৰে চাউল জমোৱা

প্ৰচেষ্টাত কৃতকাৰ্য্য হোৱা টান। এনে মন্তব্যত মোৰ তলৰ কৰ্ম্মচাৰীসকলে গাফিলি কৰিবলৈ ধৰিলে, গতিকে মই এই কামত বিশেষ আগবাঢ়িব নোৱাৰিলো। তথাপি কেইখনমান সমবায় সমিতিয়ে বিশেষ নিষ্ঠাৰে এই কামত আগবাঢ়িলে।

ধুবুৰীত প্ৰায় এবছৰমান আছিলো; থাকি বৰ ভাল লাগিছিল। সেইসময়ত মোৰ বন্ধু স্বৰ্গীয় লক্ষ্যেশ্বৰ শৰ্ম্মা ধুবুৰীৰ উপায়ুক্ত আছিল। গধূলি হ'লে আমি সকলোটি ধুবুৰীৰ আসাম ক্লাবত লগলাগি নানা গল্প-গুজব, তাচ, কেৰম, টেবুল-টেনিচ আদি খেলো। শ্ৰীযুত ভোলানাথ শৰ্ম্মা হাই ক'ৰ্টৰ প্ৰাক্তন জাজ, শ্ৰীদেবকান্ত কাৰ্কতি, প্ৰাক্তন আই, পি, এচ, মোঃ তাহিৰ, এডিচনেল উপায়ুক্ত, শ্ৰীভেক্সাৰাম দাস, এডিচনেল এচ, পি, স্বৰ্গীয় জীৱেশ্বৰ গোস্বামী এখেতসকলৰ লগত সদায়ে তাচ খেলা হয়। ইয়াৰ বাহিৰেও গড়কাপ্তানী আৰু বন বিভাগৰ প্ৰধান কৰ্ম্মচাৰীসকল আছে। উপায়ুক্ত স্বৰ্গীয় লক্ষ্যেশ্বৰ শৰ্ম্মা মাজে-সময়ে ক্লাবলৈ আহে আৰু প্ৰায়ে মোৰ ঘৰলৈ যায়।

মই ধুবুৰীত থকাৰ সময়তে কেন্দ্ৰীয় চৰকাৰে সকলোবিলাক লগৰতে সমবায় সমিতিবিলাকৰপৰা ধাৰত মাৰি অনা শস্য মজুত ৰাখিবৰ কাৰণে একোটা গুদাম ঘৰ সাজিবৰ কাৰণে পঞ্চাশ হাজাৰকৈ টকা দান হিচাবে দিছিল; কিন্তু অসমত এই গুদাম ঘৰ সজাৰ কামত ক'তো আগবাঢ়িব পৰা নাছিল। সম্ভৱতঃ উপযুক্ত মাটি সংগ্ৰহ কৰিব নোৱৰা কাৰণে এই টকাটো কামত লগাব পৰা নাছিল। এনেতে মই এটা খবৰ পালো যে ধুবুৰী ৰেল ষ্টেচনৰ কাষতে থকা এটা চিনেমা ঘৰ চাৰি কঠামান মাটিৰে সৈতে বিক্ৰী হ'ব। খবৰটো পায়ে মই ঘৰৰ মালিকৰ লগত মোৰ অফিচৰ হেড্ ক্লাৰ্কৰ জৰিয়তে যোগাযোগ কৰিলো আৰু

তেখেতে কৈ পঠালে যে পুৰা ৪০,০০০ (চল্লিশ হাজাৰ) টকা পালে ঘৰে-মাটিৰে দিব পাৰিব। মই অকণো সময় নষ্ট নকৰি মোৰ বন্ধু স্বৰ্গীয় লক্ষ্যেশ্বৰ শৰ্ম্মাৰ ওচৰ পালোগৈ আৰু তেখেতৰ জৰিয়তে এজন এচ, ডি, চি, লগত লৈ মাটিটো জুখি-মাখি তাৰ দাম নিৰ্ণয় কৰিলো। ইফালে গড়কাপ্তানীৰ অভিযন্তাৰ হতুৱাই ঘৰটোৰ মূল্য নিৰ্ধাৰণ কৰোৱা হ'ল। লগে লগে চাব ৰেজিষ্ট্ৰাৰৰ হতুৱাই যোৱা বাৰবছৰৰ ভিতৰত কিবা বন্ধক বিক্ৰী আছিল নে নাই তাৰো চোৱাই ল'লো। সকলোৱে ঘৰটো চল্লিশ হাজাৰত কিনি ল'বলৈ উপদেশ দিলে আৰু ঘৰটো কিনা হ'ল। এই গোটেই পঞ্চাশ হাজাৰ টকা গড়কাপ্তানী বিভাগক দি ঘৰটো ভাঙি-চিঙি গুদাম ও অফিচৰ উপযুক্ত কৰোৱা হ'ল। ঘৰটো সম্পূৰ্ণ হোৱাৰ পিছত ধুবুৰীত থকা এচিচটেণ্ট ৰেজিষ্ট্ৰাৰৰ অফিচ ও চিনিয়ৰ ইন্সপেক্টৰৰ অফিচ তালৈ নিয়া হ'ল। অৱশ্যে মই ধুবুৰীৰপৰা বদলি হৈ অহাৰ পিছতহে ঘৰটো সম্পূৰ্ণ হয় আৰু অফিচবিলাক তালৈ স্থানান্তৰিত কৰা হয়।

এনেদৰে ধুবুৰীত কাম-কাজৰ থান-থিত লগাই মহা স্ফূৰ্ত্তিত দিন কটাইছিলো। এদিন ধুবুৰী ক্লাবত তাচ খেলি থাকোতেই জিলা কংগ্ৰেছৰ সভাপতিজন মোৰ ওচৰলৈ আহি ক'লেহি যে মোক মুখ্যমন্ত্ৰী ডাঙৰীয়াই আৱৰ্ত্ত ভৱনত লগ ধৰিব খুজিছে। মই তাচ খেলা বাদ দি তেখেতৰ ওচৰ পালোগৈ। মই গৈ পোৱা মাত্ৰে মোক তেখেতে মই কিমান সমবায় সমিতি গঠন কৰিছো সুধিলে। মই ক'লো যে এইবিলাকৰ বিতং হিচাপ সমবায় ইন্সপেক্টৰৰ লগত থাকে গতিকে পিছদিনা পুৱা তেখেতক এই সকলো হিচাপ দিব পৰা হ'ব। তেখেতে গম্ভীৰ উঠি ক'লে যে এইবিলাক হিচাপ মোৰ আৰু দিন ঘৰতে থাকিব লাগিছিল। মই যে ধুবুৰীত একো

কাম কৰা নাই ইয়েই তাৰ জ্বলন্ত প্ৰমাণ। যাহওক পিছদিনা পুৰা সকলো তথ্য তেখেতক দিবলৈ ক'লে। সেই মতেই পিছদিনা পুৰা সকলো তথ্য লৈ তেখেতৰ ওচৰ পালোহি। সকলো বিভাগীয় কৰ্ম্মচাৰী তেখেতৰ ওচৰতে থিয় হৈ থকা পালোঁগৈ। তেখেতক সকলো হিচাপ-পত্ৰ দেখুওৱা হ'ল। এনেতে কংগ্ৰেছৰ সভাপতিজনে ক'লে যে তেখেতে এখন সমবায় সমিতি খুলিবৰ কাৰণে বহুত দিনেও চেষ্টা কৰি খুলিব পৰা নাই। মই তেখেতক ক'লো যে তেখেতে এই বিষয়ে মোৰ লগত কোনো যোগাযোগ কৰা নাই, তেখেতক সেইদিনাহে প্ৰথম দেখিছো। তেখেতে মোৰ কাষতে থকা সমবায় ইন্সপেক্টৰলৈ আঙুলিয়াই দি ক'লে যে বহুতবাৰ তেখেতক কোৱা স্বত্বেও সমিতিখন পাতি দিয়া নাই। ইন্সপেক্টৰজনে ক'লে যে সমবায় সমিতি গঠন কৰিবৰ কাৰণে ফৰ্ম নোহোৱাত কাম স্থগিত আছে। এনে কথাত মুখ্যমন্ত্ৰী ডাঙৰীয়াই মোক সুধিলে যে কিয় ফৰ্ম নোহোৱা বাবদ কাম স্থগিত আছে। স্থানীয় ছপাশালত ফৰ্ম ছপোৱাই কাম কৰাব লাগিছিল, নতুবা ফৰ্ম টাইপ কৰাই ল'ব পাৰিলেহে'তেন। মই ক'লো যে ফৰ্মৰ কাৰণে গভৰ্ণমেণ্টলৈ কেইবাখনো চিঠি দিও কোনো উত্তৰ পোৱা নাই। চৰকাৰে ফৰ্ম ছপাবৰ কাৰণে আনক ঠিকা দিয়া আছে। গতিকে স্থানীয় প্ৰেছত এইবিলাক ছপাব নোৱাৰি। এইবিলাক টাইপো কৰাব নোৱাৰি, কাৰণ টাইপবিলাক ইংৰাজীত হ'ব, গতিকে ইংৰাজী নজনা মানুহে এইবিলাক ব্যৱহাৰ কৰিব নোৱাৰিব, আৰু টাইপ কৰিলেও কামটো ইমান জটিল হ'ব যে এজোটা ৰেজিষ্টাৰ টাইপ কৰোতেই কেইবাদিনো লাগিব আৰু বিতৰ খৰচ হ'ব। মুখ্যমন্ত্ৰী মোৰ কথাত পতিয়ন নগ'ল আৰু ফৰ্ম ছপাই নোলোৱাৰ কাৰণে মোক অপদাৰ্থ বুলি

ক'লে। এনে কথাত মোৰ খং উঠিল আৰু এখন কাগজ আগবঢ়াই দি তেওঁতক ক'লো যে ইয়াতে আপুনি মোক এটা লিখিত হুকুম দিয়ক যাতে আজিয়েই মই ফৰ্ম ছপাবৰ কাৰণে স্থানীয় প্ৰেছবিলাকৰপৰা নিবিদা বিচাৰিব পাৰো।

মুখ্যমন্ত্ৰীগৰাকী হ'ল স্বৰ্গীয় বিষ্ণুৰাম মেধি। তেখেতে অলপ পৰ ভলকা মাৰি কথাটো ভাবিলে। এনেতে তাত উপস্থিত থকা কৰ্ম্মচাৰীসকলে তেওঁতক ক'লে যে তেখেতে যেতিয়া প্ৰেছত ফৰ্ম ছপাবলৈ অৰ্ডাৰ দিলে গভৰ্ণমেণ্টৰ ফৰ্ম ছপোৱা ঠিকাদাৰে ক্ষতিপূৰণ বিচাৰিব পাৰে, গতিকে তেখেতে কোনো অৰ্ডাৰ দিব নোৱাৰি পাকে-প্ৰকাৰে মোকহে অগৰাইয়া কৰিব খোজে। এনে পৰিস্থিতিত মই সমবায় বিভাগৰ বোজমন্ত্ৰীবলৈ সকলো কথা বৰ্ণাই এখন চিঠি দিলো। মোৰ চিঠি পোৱাৰ পিছত মোক যোৰহাটলৈ বদলি কৰাৰ আদেশ আহিল। ধুবুৰীত মাত্ৰ এবছৰ থাকিলো আৰু মই কৰিব লগা কামবিলাক আধা কৰা হৈয়ে থাকিল।

—+—

# ত্রয়োদশ অধ্যায়

যোৰহাটতো ধুবুৰীৰ দৰেই অল্পম্যাদী ঋণ দিয়াত থেৰোগেৰো অৱস্থাত পৰিণত হৈ কোনো এখন সমবায় সমিতিক টকা ধাৰে দিব পৰা হোৱা নাছিল। মই আহিযেই ধুবুৰীত কৰাৰ দৰেই যোৰহাটতো ফচলৰ বিনিময়ত অল্পম্যাদী ঋণ দিয়া আৰম্ভ ক'ৰি দিলো। মোক যোৰহাটত দি চৰকাৰে এটা ডাঙৰ উপকাৰ কৰিলে, যিহেতু মোৰ নিজাকৈ এখন ঘৰ অতদিনে সাজি ল'ব পৰা নাছিলো, গতিকে যোৰহাটৰ চোলাধৰা বেজবৰুৱা চুকত আমাৰ এটুকুৰা পৈত্রিক মাটি আছিল, সেই পৈত্রিক মাটিত সকলোকিজন ককাই-ভাইৰ মত লৈ, চৰকাৰৰপৰা ঋণ লৈ এটা সৰু ঘৰ কৰি ল'লো।

যোৰহাটত কাম-কাজ হাতত লৈ সমবায় সমিতিবিলাকত ঠিক ধুবুৰীত দিয়া নিয়মমতে ঋণ দিয়া কাম আৰম্ভ হ'ল। এদিন হঠাতে স্বৰ্গীয় নীলমণি ফুকন ডাঙৰীয়াই কেইজনমান মানুহ মোৰ ওচৰলৈ লৈ আহি তেওঁলোকক গাইগুটীয়াকৈ কেন্দ্ৰীয় বেংকৰপৰা কিছু টকা ধাৰে দিব লাগে বুলি মোৰ অনু-মোদন বিচাৰিলেহি। সেই সময়ত ফুকন ডাঙৰীয়া নিজেই কেন্দ্ৰীয় বেংকৰ সভাপতি আৰু মই চৰকাৰৰ মনোনীত মেনেজিং কমি-টিৰ সভ্য। তেখেতক ক'লো যে চেণ্ট্ৰেল বেংকে কাকো গাই-গুটীয়াভাৱে টকা ধাৰে দিব নোৱাৰে; কেৱল চেণ্ট্ৰেল বেংকৰ সভ্যভুক্ত হোৱা সমবায় সমিতিকহে ঋণ দিব পাৰে। তথাপি তেখেতে মোৰে আৰু মোক মত দিবলৈ জোৰ কৰিলে। মই

তেখেতক ক'লো যে মই মত দিয়াটো দুখৰ কথা, চেণ্ট্ৰাল বেংকে এনে ধৰণৰ ঋণ দিবলৈ ওলোৱাটো কেৱল বে-আইনীয়েই নহয় একেবাৰে গৰ্হিত কাম। মোৰ কথাত তেখেতে বৰ লাজ পালে আৰু মোক শ'লঠেকত পেলাবলৈ যত্ন কৰিবলৈ ধৰিলে।

ধুবুৰীৰ দৰে যোৰহাটতো কেন্দ্ৰীয় চৰকাৰে গুদাম কৰিবৰ কাৰণে ৫০,০০০ (পঞ্চাশ হাজাৰ) টকা দান হিচাপে দিছিল। গুদাম সাজিবৰ কাৰণে উপযুক্ত মাটি নাই বুলি মোৰ আগৰ-জনে কাম'টা পেলাই থলে আৰু মাত্ৰ দেৰমাহ সময়হে হাতত আছে, মানে ৩১ মাৰ্চ্চলৈকে। ইয়াৰ ভিতৰত টকাটো খৰচ কৰিব নোৱাৰিলে কেন্দ্ৰীয় চৰকাৰক ঘুৰাই দিব লাগিব আৰু আগলৈবো এনে দান পোৱাৰ মুখ মৰিব। যোৰহাট নগৰৰ ভিতৰতে সুচল মাটি এটুকুৰা কেনেকৈ যোগাৰ কৰিব পাৰি তাক খবৰ কৰিবলৈ লাগি গ'লো। এদিন যোৰহাট লিকুইডেটৰৰ অফিচটো পৰিদৰ্শন কৰিবলৈ যাওঁতে দেখিলো যে অফিচটো উঠি যোৱা যোৰহাট চেণ্ট্ৰেল বেংকৰ হালি থকা ঘৰটোতে চলি আছে। ঘৰ থকা মাটিটুকুৰা চৰকাৰী মাটি, নগৰৰ একেবাৰে মাজ মজিয়াত; কেচাৰী, ডাকঘৰ, নেচনেল হাইওৱে এক ফাৰলংৰ ভিতৰতে। এই ঘৰ আৰু মাটি ল'ব পাৰিলেই সেখোন পঞ্চাশ হাজাৰ টকাত এটা ধুনীয়া গুদাম সাজিব পৰা হয়। মই পোনছটেই জিলাৰ উপায়ুক্তৰ ওচৰ পালোগৈ আৰু তেখে-তক গোটেই কথাটো বুজাই ক'লো। তেখেতে ক'লে যে চৰ-কাৰী মাটি ল'বলৈ হ'লে ছিলঙত থকা ৰেভিনিউ বৰ্ডৰ অনু-মতি ল'ব লাগিব। মই তেখেতক টেলিগ্ৰামযোগে বৰ্ডৰ অনুমতি আনিব লাগে বুলি বিনম্ৰভাৱে ধৰিলো, যিহেতু হাতত মাত্ৰ দেৰমাহ সময়হে আছে। তেখেতে বিনা বাক্যে ৰেভিনিউ

ব'ৰ্ড আৰু অসমৰ মুখ্য সচিবলৈ এখন দীঘলীয়া টেলিগ্ৰাম কৰিলে। সৌভাগ্যক্ৰমে সাতদিন মানৰ ভিতৰতে ৰেভিনিউ ব'ৰ্ড আৰু মুখ্য সচিবৰ অনুমতি আহিল। ইয়াৰ পিছতহে সমবায় বিভাগৰ ৰেজিষ্ট্ৰাৰ চাহাবক কথাটো জনোৱা হয়।

এতিয়া কথা হ'ল ঘৰটো কেনেকৈ সজা হয়! গড়কাপ্তানী বিভাগে যে এনে মুৰা-মুৰি সময়ত ঘৰটো সজাই দিব তাক আশা কৰা টান। যাহওক মোৰ ইন্সপেক্টৰ মোঃ জুলফিকৰ আলিক লগত লৈ যোৰহাটৰ এক্‌জিকিউটিভ ইঞ্জিনিয়াৰক লগ ধৰিলোগৈ ; তেখেতে কোনো পধ্যেই এই কাম হাতত ল'ব নোৱাৰিব বুলি ক'লে। অৱশেষত আমি ক'লো যে ঘৰটো আমিয়েই সাজিম ; কিন্তু আমাক অন্ততঃ অ'ভাৰচিয়াৰ এজন দি সহায় কৰিলেই হ'ব। এনেতে বেৰেলাৰপৰা প্ৰশিক্ষণ লৈ অহা এজন অ'ভাৰচিয়াৰ তেখেতৰ কোঠালৈ সোমাই আহিল। তেখেতে হাঁহি মাৰি ক'লে যে এই অ'ভাৰচিয়াৰজনকে লৈ আমি ঘৰটো সাজিব পাৰোঁ ; আমি অতি উল্লাসেৰে অ'ভাৰচিয়াৰজনক আমাৰ অফিচলৈ লৈ আহিলোঁ আৰু এনে ধৰণৰ এটা ঘৰ সাজিবৰ দিহা কৰিলোঁ যিটোত গুদামো হ'ব পাৰে, এজন দুজন মানুহ দুই এদিন থাকিবও পাৰে আৰু অফিচো হ'ব পাৰে, তাৰোপৰি ঘৰটোৰ লগত এটা চকীদাৰ থকা ঘৰ, চেনিটেৰী পায়খানা, মটৰ গেৰেজ, ফেন, লাইট পানী এই সকলোবোৰৰ বাৱস্থা থাকিব লাগিব। অ'ভাৰচিয়াৰ-জনে কামটো হাতত লবলৈ ৰাজী হ'ল। প্ৰথমেই পুৰণি চেণ্ট্ৰেল বেংকৰ ঘৰটো ৫০০০ ( পাঁচ হাজাৰ ) টকাত বিক্ৰী কৰা হ'ল। গড়কাপ্তানী বিভাগৰ এই বিক্ৰীৰ টকাটো চেণ্ট্ৰেল বেংকৰ লিকুইডেটৰক দিয়া হ'ল আৰু তেখেতৰ হতুৱাই যিবিলাক বাৰী-দুখিনী আৰু সিঠকৰা মানুহৰ জমা টকা অনাদায় হৈ আছিল তেওঁলোকক

গড় হিচাপে টকা দ্বাবাই দিয়া হ'ল। গড়কাপ্তানী বিভাগে কিনি লোৱা ঘৰটোৰ টিনপাত, দুৱাৰ-খিড়িকীৰ কাঠ আৰু অন্যান্য নষ্ট নোহোৱা বস্তু যেনে লোহা, আইনা ইত্যাদি সকলো এই নতুনকৈ সজা ঘৰটোত লগোৱা হ'ল; বজাৰ দামত এইখিনি বস্তুৰ দাম প্ৰায় ২০/২৫ হেজাৰ হ'লহেঁতেন।

উক্ত পঞ্চাশ হেজাৰ টকাৰে সজা ঘৰটো অতি ধুনীয়া ও জাকত-জিলিকা হৈ পৰিল। ১৯৫৫-৫৬ চনত এই ঘৰটো সজা হৈছিল। ইয়াত নতুনকৈ পতা যোৰহাট চেণ্ট্ৰেল বেংকৰ অফিচ, যোৰহাট লেণ্ড মৰ্টগেজ বেংকৰ অফিচ, লিকুইডেটৰৰ অফিচ আৰু যোৰহাট মিল্ক ইউনিয়নৰ অফিচ বহিল। এইবিলাকৰ ভাৰা সেই সময়ত মাহে কমেও ২/৩ হেজাৰ টকা হ'লহেঁতেন। কোৱা বাহুল্য যে এই ঘৰটো আজিও একেদৰেই আছে। ঘৰটো সম্পূৰ্ণ হোৱাৰ পিছত যোৰহাটত সমবায় ভিত্তিত গাখীৰ উৎপন্ন ও বিতৰণ কৰিবৰ কাৰণে এটা পেশ্চটউৰাইজেচন (Pastutisation) প্লেণ্ট পঠিয়ালে। এই প্লেণ্টৰদ্বাৰাই গাখীৰ শোধন কৰি বটলত ভৰাই গ্ৰাহকক যোগান ধৰিব লাগে। এই প্লেণ্টটোৰ লগত এটা বইলাৰ আহিব লাগিছিল; কিন্তু বহুত লিখা-লিখি কৰিও মই যোৰহাটত থকালৈকে ই আহি পোৱাহি নাছিল। আনহাতে মই যোৰহাট পোৱাৰ আগতে যোৰহাটত এখন মিল্ক ইউনিয়ন গঠন হৈছিল। মালোত এখন গাখীৰ উৎপাদন সমবায় সমিতি গঠন হৈছিল। তাত চৰকাৰে গৰু-মহ ৰাখিবৰ কাৰণে দুশ বিঘা মাটিও দিছিল। এই মালোৰ ছচাইটিখনত মাত্ৰ কেইজনমান অসমীয়া গৰু আছিল। দৈনিক আঠ/দহ লিটাৰমান গাখীৰ ওলাইছিল আৰু সেই গাখীৰ নগৰৰ কেইজনমান গ্ৰাহকক দিয়া হৈছিল।

মিল্ক ইউনিয়নক কেন্দ্রীয় গভর্ণমেণ্টে গৰু-ম'হ কিনিবৰ কাৰণে পঞ্চাশ হাজাৰ টকা দান দিছিল। ইয়াৰে কিছু টকা লৈ মালোৰ ছচাইটিখনত আৰু কেইজনীমান স্থানীয় গৰু আনি লৈ ছচাইটিখন কিছু টনকিয়াল কৰাৰ কথা ভবা হ'ল। কথাটো প্ৰয়াত নীলমণি ফুকন আৰু সমবায় ইন্সপেক্টৰৰ লগত আলোচনা কৰি এদিন গৰু চাবৰ কাৰণে নিমাতীলৈ গ'লো। তাত দুই তিনি লিটাৰ গাখীৰ ওলোৱা কেইজনীমান গৰু বাছি থৈ আহি পিছদিনা মালোৰ ছচাইটিৰ সভাপতি সম্পাদকক গৰুবেইজনী আনিবলৈ পঠোৱা হ'ল। তেওঁলোকে যি গৰু লৈ আহিল তাৰ-পৰা গৰুজনীয়ে প্ৰতি তিনি পোৱা আধেবহে গাখীৰ পোৱা হ'ল।

ইফালে জগদুৰাৰৰ ওচৰতে কলীয়াপানী নামে ঠাইত শ্ৰদ্ধেয় দেৱেশ্বৰ শৰ্ম্মা ডাঙৰীয়াৰ চেষ্টাত এখন চৰকাৰী মিল্ক ফাৰ্ম খোলা হয়। এই ফাৰ্মলৈ ভাটীফালৰপৰা কিছুমান গাই অনা হৈছিল। এইবিলাকৰ কাৰণে ঘাঁহ-পানী থকা-মেলাৰ সকলো সুবিধা কৰা হৈছিল আৰু ইয়াৰ গাখীৰ যোৰহাটলৈ আনি যোৰহাট মিল্ক ইউনিয়নৰ জৰিয়তে গ্ৰাহকক দিয়াৰ ব্যৱস্থা কৰা হৈছিল।

দুৰ্ভাগ্যবশতঃ শৰ্ম্মা ডাঙৰীয়া অন্য কামত বেছি ব্যস্ত হ'ব লগা হোৱাত ইয়াত দুৰ্নীতিয়ে বাহ ল'লে তাৰ গাখীৰ-পানী, গৰু-গাই সকলো কমি গৈ অৱশেষত অতি উচ্চ আকাংখ্যা লৈ, অনেক টকা খৰচ কৰি পতা এই চৰকাৰী গাখীৰৰ ফাৰ্মখনৰ মৃত্যু হ'ল।

উক্ত ফাৰ্মখন জীয়াই থাকোতেই পেষ্টিউৰাইজেচন প্লেণ্টটো বহুৱাবৰ কাৰণে যোৰহাট নগৰৰ ভিতৰত এটুকুৰা সুচল মাটিৰ দৰকাৰ হ'ল আৰু এনে মাটি ক'ত পাম তাৰ চিন্তা কৰিবলৈ লাগিলো। ঈশ্বৰৰ ইচ্ছা, এদিন আৰ্বোল ডন্ কোম্পানীৰফালে

ফুৰিবলৈ যাওঁতেই যোৰহাটৰ অসম বাণিজ্যিক বিদ্যুৎ পৰিবহনৰ কাৰ্য্যালয়ৰ লগতে লাগি থকা ডাঙৰখিনি মাটি এনেয়ে পৰি থকা দেখিবলৈ পালো। খবৰ কৰি জানিলো যে মাটিখিনি যোৰহাট মিউনিচিপেলিটিৰ। স্বৰ্গীয় প্ৰসন্ন কুমাৰ বৰুৱা সেই সময়ত যোৰহাট মিউনিচিপেলিটিৰ চেয়াৰমেন আছিল। তেখেতৰ ওচৰলৈ গৈ পেণ্টিউৰাইজেচন প্লেণ্টটো বহুৱাবৰ কাৰণে মাটি এটুকুৰা দিবলৈ খাটিলো; তেখেতে অকণো হোৰোকা-পিছলা নকৰাকৈয়ে কিমান মাটি হ'লে হব বুলি মোক সুধিলে আৰু মই অন্ততঃ তিনি বিঘামান লাগিব বুলি ক'লো। তেখেতে যোৰহাটৰ কাৰণে এনে এটা উদ্যোগ অতি দৰকাৰী বুলি কৈ মাটিখিনি দিবলৈ ৰাজী হ'ল। ময়ো এনে এটা কম দাম বুলি কেতিয়াও ভবা নাছিলো, গতিকে নিজকে ধন্য বুলি জ্ঞান কৰিলো। পিছদিনা মিংক ইউনিয়নৰ চেয়াৰমেন নীলমণি ফুকন ডাঙৰীয়াক কথাটো ক'লো; আচৰিত কথা, তেখেতে মোক ধন্যবাদ দিয়াৰ সলনি তেখেতক নোসোধাকৈয়ে যোৰহাট নগৰৰ ভিতৰত পেণ্টিউৰাইজেচন প্লেণ্ট বহুৱাব খোজাত দোৰ্ঘোৰ আপত্তি কৰিলে। তেখেতৰ মতে মালৌতহে এই প্লেণ্টটো বহুৱাব লাগিছিল। তেখেতৰ এনে বিৰূপ মন্তব্য শুনি মই ৰেজিষ্ট্ৰাৰ চাহাবলৈ সকলো কথা বিতংকৈ জনাই এখন জৰুৰী চিঠি দিলো। কেইদিনমানৰ পিছতে ৰেজিষ্ট্ৰাৰ চাহাবৰপৰা চিঠিৰ উত্তৰ পালো। তেখেতে পেণ্টিউৰাইজেচন প্লেণ্টটো যোৰহাট নগৰত হ'ব লাগিব বুলি লিখিলে। মিউনিচিপেলিটিৰপৰা জোৰা মাটিতে প্লেণ্টটো বহুৱাবলৈ ক'লে; মালৌত প্লেণ্ট বহুৱাব নালাগে বুলি লিখিলে। এই চিঠিখনৰ নকল এটা ৺নীলমণি ফুকন ডাঙৰীয়ালৈও পঠালে। ফুকনৰ মোৰ ওপৰত খং আৰু দুগুণে বাঢ়িল।

ইয়াৰ পিছতে ৰেজিষ্ট্ৰাৰ চাহাব শিৱসাগৰলৈ বুলি যোৰহাটেদি আহোঁতে মোকো শিৱসাগৰলৈ তেখেতৰ গাড়ীত তুলি ললে, যিহেতু শিৱসাগৰৰ চেণ্ট্ৰেল বেংক আৰু যোৰহাটৰ চেণ্ট্ৰেল বেংক একেটা কৰিবৰ কাৰণে ৰিজাৰ্ভ বেংক অব ইণ্ডিয়াই অসম চৰকাৰক নিৰ্দ্দেশ দিছিল। শিৱসাগৰৰ চেণ্ট্ৰেল বেংকৰ কৰ্ম্ম-কৰ্ত্তাসকলে এই একত্ৰিকৰণৰ ঘোৰ প্ৰতিবাদ কৰাত ৰেজিষ্ট্ৰাৰ চাহাবে কথাটো মোৰ লগত আলোচনা কৰিবৰ কাৰণে মোক লগত লৈ আহিছিল। তেখেতৰ সকলো চেষ্টা বিফল হোৱাত জোৰ কৰি একত্ৰিত কৰা হ'ব বুলি কৈ ওভতি আহিল। আহি থাকোতে বাটত মই নীলমণি ফুকনৰ লগত কাম কৰাটো বৰ মুস্কিল বুলি কোৱাত মোক ডিব্ৰুগড়লৈ আহি এটা নতুন এছিচটেণ্ট ৰেজিষ্ট্ৰাৰৰ অফিচ পাতিবলৈ ক'লে।

মই ধুবুৰী ও যোৰহাটত এছিচটেণ্ট ৰেজিষ্ট্ৰাৰ হৈ থকা কালছোৱাত সমবায় বিভাগত দুটা ডাঙৰ কাম হ'ল; এটা হ'ল গাৰো পাহাৰৰ মাৰ্মানিৰ ফুলবাৰীত এটা কপাহ ধুনা কল আৰু দেৰগাঁৱৰ ওচৰৰ বৰুৱা বামুণগাঁৱত এটা চেনিৰ কল স্থাপন কৰা হ'ল। কপাহৰ কলটো বহুৱাবৰ কাৰণে মই ধুবুৰীত এছিচটেণ্ট ৰেজিষ্ট্ৰাৰ হৈ থাকোতেই ঠিক কৰা হ'ল। কেপ্তেইন উইলিয়ামচন্ চাংমা সেই সময়ত গাৰো হিল্চ্ ডিষ্ট্ৰিক্ট কাউ-ন্সিলৰ সভাপতি আছিল। তেখেতে ফুলবাৰীত, ১টা পাহাৰৰ টিলাত মিলটো বহুৱাবলৈ ঠিক কৰি দিলে। এই ঠাই-ডোখৰ বাছিবৰ দিনাই সিফালৰপৰা শ্ৰীখনীন্দ্ৰ চন্দ্ৰ বৰুৱা, ৰেজিষ্ট্ৰাৰ অব্ ক'অপাৰেটিভ ছচাইটিজ শ্ৰীযজ্ঞেশ্বৰ গগৈ, জইণ্ট ৰেজিষ্ট্ৰাৰ আৰু বঙ্কিম কাকতি, এম, এল, এ, ফুলবাৰী পালেহি। শ্ৰীগগৈয়ে ফুলবাৰী ডাক বঙলাৰ কাষেদি বৈ যোৱা

জিজিৰাম নদীৰ কিনাৰত মিলটো বহুৱালে ভাল হ'ব বুলি ক'লে, যাতে নাৰেৰে কপাহ অনা-নিয়া কৰি মিলত দিব পৰা হয়। মই ক'লো যে নদীৰ কিনাৰত মিল বহুৱা ঠিক নহ'ব কাৰণ পানী বাঢ়িলে, ভূমিকম্প বা ধুমুহা আহিলে নৈৰ ভিতৰত মিলটো সোমাই যাব পাৰে। মই ঠিক কৰা ঠাইডোখৰো নৈৰ ওচৰতে; মাত্ৰ পাহাৰৰ টিলাত; অৱশ্যে যান-বাহন অনায়াসে যাতায়াত কৰিব পাৰিব। এই যুক্তিত বেজিন্দ্ৰীৰ শ্ৰীযুত বৰুৱা ও কাকতি ডাঙৰীয়া সহজে মান্তি হ'ল। কথা প্ৰসঙ্গত কাকতি ডাঙৰীয়াই মোক ক'লে যে তেখেতসকলে অসমত চেনি কল এটা পাতিবলৈ গুৱাহাটীত এখন মিটিঙত ঠিক কৰি আহিছে। মিলটো ক'ত হ'ব বুলি সোধাত ডিব্ৰুগড়ৰ-ফালেই হোবাৰ সম্ভাৱনা বুলি ক'লে। তেখেতক মই ক'লো যে চেনিৰ কলটো দেৰগাঁৱত হোৱাটোহে প্ৰশস্ত হ'ব, কাৰণ ৰজাৰ দিনৰেপৰা দেৰগাঁও গুড়ৰ কাৰণে প্ৰখ্যাত আৰু মানুহ-বিলাকো শিক্ষিত। তাৰোপৰি এই অঞ্চলৰ হাৱা-পানী ভাল, নেশনেল হাইওৱে আৰু ৰেল-জাহাজৰ ভাল যোগা-যোগ আছে; এৱাৰপ'ৰ্ট ইয়াৰপৰা ১০/১২ মাইলৰ ভিতৰত হ'ব। মই দৰ্শোৱা সুবিধাবিলাক কাকতি ডাঙৰীয়াই জিলং পায়ে গৰ্মিপতি চোৱা হ'ব বুলি ক'লে।

ইয়াৰ কিছুদিনৰ পিছতে মোক যোৰহাটলৈ মাতি কবে। যোৰহাট পায়ে গম পালোঁহি যে চেনিৰ কলটো ক'ত বহুৱা হ'ব তাক নিৰ্ণয় কৰিবৰ কাৰণে বহুত ঠাই চোৱা-চিতা কৰি আছে; যাইকৈ সৰুপথাৰ বৰপথাৰ, যোকাজান কৰকাটিং আদি ঠাইবিলাক চোৱা-চিতা কৰা হৈছে। চেণ্ট্ৰেল গৱৰ্ণমেণ্টৰপৰা মিলটো পাতিবলৈ দান-অনুদান ও ঋণ সাহায্য কিচাইছে। শ্ৰীযুত

ৰেজিষ্ট্ৰাৰৰপৰা এখন টেলিগ্ৰাম পালো যে লালচিংজি কমিটি চোনিৰ কল পতাৰ ঠাই নিৰ্ণয় কৰিবৰ কাৰণে যোৰহাট পাইছি ; তেখেতসকলৰ থকা-মেলা, খোৱা-বোৱাৰ ব্যৱস্থা কৰি থ'ব লাগে। মই বৰ বিপাঙত পৰিলো, কাৰণ এনে এখন কেন্দ্ৰীয় কমিটিৰ ভব্য-গব্য পুৰুষসকলক কেনেকৈ সোধ-পোচ কৰা হ'ব তাৰ কাৰণে চিন্তা হ'ল। যাহওক টেলিগ্ৰামখন লৈ জিলাৰ উপায়ুক্তৰ ওচৰ পালোগৈ আৰু ক'লো যে যোৰহাট আৱণ্ঠ ভৱনতে দুটা কম ঠিক কৰি তেখেতসকলৰ থকা-মেলা আৰু খোৱা-বোৱাৰ ব্যৱস্থাটো কৰাই দিব লাগে। উপায়ুক্তই ক'লে যে তেখেতে অসম বা কেন্দ্ৰীয় গভৰ্ণমেণ্টৰপৰা এই বিষয়ে একো জাননী পোৱা নাই, গতিকে তেখেতসকলক ষ্টেট্‌-গেষ্ট বুলি ধৰি ল'ব নোৱাৰি, আৰু এনে অৱস্থাত তেখেতৰ কোনো দায়িত্ব নাই বুলি জনালে। মই ক'লো যে কিবা ভুলৰ কাৰণে তেখেতে কেন্দ্ৰীয় গভৰ্ণমেণ্টৰপৰা কোনো চিঠি টেলিগ্ৰাম নাপাব পাৰে ; কিন্তু তেখেতসকল যিহেতু শীৰ্ষস্থানীয় লোক, গতিকে তেখেতৰ সহায় নহ'লে এই কাম মোৰ বাবে একেবাৰে অসম্ভৱ যেন লাগিছে। মোৰ কথাত উপায়ুক্ত কিছু সময় তামকা মাৰি পিছত নাজিৰক মতাই পঠালে আৰু সকলো সুবিধা কৰি দিবলৈ ক'লে। পিছদিনা আবেলি লালচিংজি কমিটিৰ সদস্যসকল পালেহি আৰু মই গৈ দেখা কৰিলোগৈ। ৰেজিষ্ট্ৰাৰ চাহাবক আড়ীৰ বিজুতি হোৱাত বহুত বাতিহে পাইছিলহি। ইতিমধ্যে তেখেতসকলে মিলটো ক'ত বহুৱাবৰ কাৰণে ঠিক কৰিছে বুলি মোক সোধাত মই ৰেজিষ্ট্ৰাৰ চাহাব পালেহিহে ক'ব পাৰিম বুলি ক'লো। মোৰ ফালৰপৰা দেৰগাঁৱৰ বকৰা বাগানখনত হ'লেই ভাল হ'ব বুলি ক'লো। তেখেতসকলে

মইনো কিয় এই ঠাই উপযুক্ত হ'ব বুলি কৈছো তাৰ কাৰণ-বিলাক এখন কাগজত লিখি দিবলৈ ক'লে। তলত উল্লেখ কৰা মতে মই কাৰণবিলাক লিখি দিলো ঃ

১) দেৰগাঁও আৰু ইয়াৰ উপকণ্ঠ অঞ্চলত বিস্তৰ কুঁহিয়াৰ খেতি হয়। আহোম ৰজাৰ দিনত গুৰযোগমীয়া বুলি এই অঞ্চল বিখ্যাত আছিল কিয়নো ইয়াৰ গুড় অতি উৎকৃষ্ট।

২) বৰপথাৰ, সৰুপথাৰত বিস্তৰ কুঁহিয়াৰ খেতি হয় যদিও এই ঠাইবিলাক নগা পাহাৰৰ নামনিত, হাবা-পানী বেয়া আৰু যান-বাহন চলাচলৰ বৰ অসুবিধা হ'ব। ইফালে নগাৰ দৌৰাত্ম্য বাঢ়িছে কিয়নো ইতিমধ্যে নগাই গভৰ্ণমেণ্টৰ লগত সংগ্ৰামত লিপ্ত হৈছে।

৩) দেৰগাঁও অঞ্চলৰ হাবা-পানী অতি মনোৰম। নেশ্যনেল হাইওৱে, জাহাজ, ৰেলপথ ইয়াৰ মাজেৰেই গৈছে।

৪) এৱাৰপৰ্ট ইয়াৰপৰা ১০/১২ মাইলৰ ভিতৰত।

৫) ইয়াৰ মানুহবিলাক শিক্ষিত ও কাৰ্য্যক্ষম।

৬) এই অঞ্চল কেতিয়াও ভূমিকম্পত ক্ষতি হোৱা শুনা নাই। গতিকে ডাঙৰ কল-কাৰখানা বহুৱাৰ কাৰণে উৎকৃষ্ট ঠাই।

মোৰপৰা এইখিনি কথা লিখাই লৈ তেখেতসকলে মোক বিদায় দিলে। ৰাতি বাৰমান বজাত বোজিনীৰ চাহেব পালেহি। পিছদিনা পুৱাই আমি সকলো দেৰগাঁৱৰ বকৰা বাম্‌পেনীৰ অভিমুখে যাত্ৰা কৰিলো। বাওঁফালে বাটত তেখেতসকলে মানুহৰ কুঁহিয়াৰ পেৰি গুড় লগাই থকা দেখি গাড়ী ৰখাই সেই ঠাইলৈ গ'ল, আৰু কুঁহিয়াৰৰ ৰস তেওঁলোকৰ যন্ত্ৰত কি পৰীক্ষা কৰি চালে আৰু ক'লে যে এই কুঁহিয়াৰত চেনিৰ শক্তি মান বেচ ভাল। ইয়াৰ পিছত এওঁলোকৰ মুখ্য ঠাইলৈ গৈ

যন্ত্ৰৰদ্বাৰা মাটিটো কিমান তললৈকে টান তাক চালে আৰু ক'লে এইখিনিতে মিলটো বহুৱালে ভাল হ'ব। তেওঁলোকৰ ওচৰলৈ ভালেখিনি স্থানীয় ৰাইজ আহি পৰিল আৰু চেনিৰ কলটো সোনকালে পাতি দিবৰ কাৰণে তেখেতসকলক খাটিলে। তেখেত-সকলেও ক'লে যে অতি সোনকালে ইয়াত চেনিৰ কল পতা হ'ব। ইয়াৰ পিছত গোটেই অসমৰ সমবায় অফিচাৰসকলক আৰু সমবায় সমিতিবিলাকক চেনি কলৰ অংশ বিক্ৰী কৰিবলৈ লগোৱা হ'ল। মই নিজে ভালেখিনি টকা তুলি দিলো।

চেনি কল পতা হ'ল। কিন্তু কংগ্ৰেছ চৰকাৰে ভালেকেইজন দুনীতিপৰায়ণ মানুহ সুমুৱাই ইয়াক অচল কৰি পেলালে; তথাপি ই এতিয়ালৈকে জীয়াই আছে। মই কামৰপৰা অৱসৰ লৈ মোৰ পৈত্ৰিক মাটিত কুঁহিয়াৰ খেতি আৰম্ভ কৰিলো। ব্লক ডেভেলপমেণ্ট অফিচাৰ আৰু চেনি কলৰ সভাপতি শ্ৰীযুত সৰ্ব্বেশ্বৰ বৰদলৈয়ে মোক সহায় কৰিলে। উৎকৃষ্ট কুঁহিয়াৰ উৎপন্ন হ'ল। এই অঞ্চলত আগেয়ে কেতিয়াও এনে ধৰণৰ কুঁহিয়াৰ খেতি হোৱা নাছিল। ওচৰৰ গাঁৱৰ ল'ৰা-ছোৱালী-বিলাকক হেঁপাহ পলুৱাই কুঁহিয়াৰ খাবলৈ দিলো। দৈনিক পানী খোৱা ছুটীত স্কুলৰ ল'ৰা-ছোৱালীবিলাকক কুঁহিয়াৰ বিলাই দিয়া হৈছিল। কুঁহিয়াৰ কটা গাঁৱৰ মানুহক প্ৰত্যেককে এমুঠা কুঁহিয়াৰ ঘৰৰ ল'ৰা-ছোৱালীক খাবলৈ দি পঠোৱা হৈছিল। কিন্তু কুঁহিয়াৰ এখন শাল ভাৰা কৰি আনি পেৰা হ'ল। কুঁহিয়াৰ পেৰা মানুহক এখ'টৈকে আৰু মোৰ আত্মীয়-স্বজনক এখ'টৈকে গুড় দিয়া হ'ল। মাত্ৰ এঘাৰ বিঘা মাটিত কুঁহিয়াৰ খেতি কৰা হৈছিল। সকলো খৰচ বাদ দি মোৰ ছহেজাৰ টকা লাভ হৈছিল। পিছত এই ব্যৱসায় এৰি দি মোৰ পৈত্ৰিক চাহৰ বাগানখন পুনৰ্জীৱিত কৰিবলৈ লাগি গ'লো।

# চতুৰ্দ্দশ অধ্যায়

ডিব্ৰুগড়ত কামৰ ভাৰ লৈয়ে নতুন অফিচটো পতাত লাগি গ'লো। অফিচ পতা হ'ল। ইয়াৰ পিছত খোৱাঙত এটা আধা সজা মাৰ্কেটিং ছচাইটিৰ গুদাম আৰু খোৱাং লাৰ্জ চাইজ ছচাইটিৰ এটা সৰু গুদাম সজাত লাগি গ'লো। মাৰ্কেটিং ছচাইটিৰ গুদামটোৰ মূৰখন ভঙাই ডেম্প প্ৰুফ কৰাই ল'লো আৰু লাৰ্জ চাইজ ছচাইটিৰ গুদামটো সম্পূৰ্ণ ডেম্প প্ৰুফ কৰোৱা হ'ল, ডিব্ৰুগড়ত এখন তামোল বেচা-কিনা ছচাইটি খোলা হ'ল। যিহেতু ডিব্ৰুগড় নগৰৰ ওচৰৰ গাওঁ-বিলাকত বিস্তৰ তামোল হয় আৰু এই তামোলবিলাক বেপাৰীয়ে গছজোপাই প্ৰতি আঠ অনাত কিনি লয় আৰু তামোল পৈণত হ'লে ফালি ৰ'দত শুকুৱাই চুকাৰি কৰিবৰ কাৰণে কলিকতালৈ চালান দিয়ে। এই বেপাৰ বন্ধ কৰি তামোলৰ গিৰিহঁতসকলৰ ভিতৰত এখন তামোল উৎপাদন সমবায় খুলি ডিব্ৰুগড়ৰ বেচা-কিনা সমবায়ৰ জৰিয়তে বেপাৰী-বিলাকৰ দৰে ফালি শুকুৱাই চালান দিয়াৰ ব্যৱস্থা কৰা হ'ল। আৰু এখন সমবায় সমিতি গঠন কৰা হ'ল; এইখন হ'ল পূব পাকিস্তানৰপৰা ভাগি অহা মানুহৰ ভিতৰত। এই মানুহ-বিলাকে ব্ৰহ্মপুত্ৰৰ কিনাৰৰ পানীত ডুব যোৱা মাটিৰপৰা পাটিবেত সংগ্ৰহ কৰি সুন্দৰ সুন্দৰ পাটি বনাব পাৰে। কিন্তু উহঁতৰ অভাৱত পাটি কৰি বিক্ৰী কৰাৰে এটা সমস্যা হৈ পৰিছিল। এইবোৰৰ মাজত এখন পাটিবেত সমবায় সমিতি পাতি দিয়া

হ'ল। তেওঁলোকে ৰিফিউজি ৰিহেবিলিটেচন বিভাগৰপৰা ঋণ লৈ কামত আগবাঢ়ে আৰু এই পাটি ভাৰতবৰ্ষৰ নানা ঠাইৰ প্ৰদৰ্শনীসমূহত প্ৰদৰ্শিত কৰি সুখ্যাতি লাভ কৰে। ইয়াৰ পিছত চেপন ধোঁৱাচি বুলি এখন অতি আওহতীয়া গাঁৱত এখন কৃষিপাম সমিতি খুলি তাত তিল, শাক-পাচলি, কুঁহিয়াৰ আদি শস্য কৰোৱা হয় আৰু সমজুৱাবিলাকে শ্ৰমদান কৰি তালৈ যান-বাহন নিব পৰা ৰাস্তা খুলি লয়। ডিব্ৰুগড় চেণ্ট্ৰেল বেংকৰ জৰিয়তে তাত মাত্ৰ এহেজাৰ টকাৰ ঋণ দিয়া হৈছিল। এই ঋণ মই ডিব্ৰুগড়ত এবছৰ থাকোতেই পৰিশোধ কৰি সমবায়খনৰ অৱস্থা টনকিয়াল কৰা হ'ল।

ইয়াৰ পিছত ডিমোৰপৰা চাৰি মাইলমান দূৰত সিঙ্গিয়নী মিৰিগাঁৱত এখন বয়ন শিল্প সমবায় সমিতি গঠন কৰা হয়। ডিমোৰ ব্লক ডেভেলপমেণ্ট অফিচাৰ শ্ৰীদুৰ্গা গগৈৰ সহযোগত এই ছচাইটি খোলা হয় আৰু ব্লকৰপৰা এহেজাৰ টকাৰ ঋণ আৰু ঘৰ সাজিবৰ কাৰণে টিনপাত দিয়া হৈছিল। বয়ন শিল্প বিভাগৰ এজন কৰ্মচাৰীক সমজুৱাসকলক প্ৰশিক্ষণ দিবৰ কাৰণে তাত ৰখা হৈছিল। ইয়াৰ বাহিৰেও গাঁৱৰ তিনিজন ডেকা ল'ৰাক তিনিটা চিলাইৰ কল দি সমজুৱাসকলে বোৱা কাপোৰ-বিলাক বিভিন্ন ধৰণেৰে চিলোৱাৰ ব্যৱস্থা কৰা হ'ল। ইয়াৰ পিছত এখন সাধাৰণ সভা আহ্বান কৰা হ'ল। এই সভাত সমজুৱা-সকলক প্ৰতিজ্ঞাবদ্ধ কৰোৱা হ'ল যে সকলো সমজুৱাই আৰু তেওঁলোকৰ পৰিয়ালবৰ্গই কেৱল তেওঁলোকৰ সমবায়ত তৈয়াৰ কৰা কাপোৰ পিন্ধিব। সকলো ধৰণৰ কাপোৰ তৈয়াৰ কৰাৰ প্ৰশিক্ষণ বয়ন শিল্প বিভাগৰ কৰ্মচাৰীয়ে দিব। সভাৰ অন্তত সমজুৱাসকলে আমাৰ দুয়োৰো গলাত টক বান্ধিটো তাতে থাকি,

ভোজ-ভাত খুৱাই, নাচ-গান কৰি, পিছদিনা আমাক গোটেই গাঁৱৰ মানুহে আহি আগবঢ়াই থৈ গ'লহি। কোৱা বাহুল্য, এইখন ছচাইটি নিতাই পুখুৰীৰ ওচৰৰ মিৰি দেউৰী গাঁওবিলাকৰ ভিতৰত। স্বৰ্গীয় ভীমবৰ দেউৰী, প্ৰাক্তন মন্ত্ৰী এই গাঁৱৰে মানুহ আছিল।

ইয়াৰ পিছত ডুমডুমাৰপৰা বাৰ মাইলমান দূৰত ফিলউবাৰীত কেইখনমান সমবায় সমিতি গঠন কৰিবৰ দিহা কৰা হ'ল। কেন্দ্ৰীয় চৰকাৰে এই অটব্য অৰণ্যৰ ত্ৰিশ হেজাৰ একৰ মাটিৰ গছবিলাক বুলডজাৰ দি উভালি মাটি-বাৰী নোহোৱা মানুহক বহুৱাবলৈ ব্যৱস্থা কৰিছিল। নেপালী আৰু চাহবাগানৰ বনুৱা কিছুমানে মাটি ভাঙি থাকোতেই ঘৰ-বাৰী সাজি ৰহিলগৈ। বহুত ডাঙৰ ডাঙৰ মূল্যবান গছ উভালি থকা অৱস্থাতে মই সমবায়খন গঠন কৰিবৰ কাৰণে ফিলউবাৰী পালোগৈ। সেইদিনা তাত স্বৰ্গীয় ৰামনাথ দাস, বনবিভাগৰ মন্ত্ৰীক লগ পালোগৈ; তেখেত মোৰ বহুদিনীয়া চিনাকি। নতুনকৈ বহা মানুহখিনি গোটাই এখন সভা আহ্বান কৰা হ'ল। মাননীয় মন্ত্ৰী ডাঙৰীয়াক বিশেষ অতিথি হিচাবে সভাত আহি দুআষাৰ ক'বলৈ অনুৰোধ কৰা হ'ল। গোটখোৱা মানুহখিনি দহ ঠাইৰ দহজন, গতিকে সমবায় ভিত্তিত কাম কৰাৰ ইচ্ছা নাই; ইফালে ন্যস্ত-স্বাৰ্থ মহাজনসকলে এই মানুহখিনিক সমবায় কৰি চৰকাৰ বা বেংকৰ ঋণ ল'লে ভৱিষ্যতে মাটিয়ে-ভেটিয়ে যাব বুলি মন ভাঙি দিলে। এই বিষয়ে সভাত কিছু তৰ্ক-বিতৰ্ক হোৱাৰ পিছত মন্ত্ৰী মহোদয়ে সমবায়ৰ বিষয়ে সকলোকে বিতংকৈ বুজাই দিয়াত তিনিখন সমবায় সমিতি গঠন কৰি শস্যৰ বিনিময়ত ঋণ লৈ নতুন ভাঙনী মাটিত নানান শস্য উৎপন্ন কৰিবৰ কাৰণে সকলোৱে একমত হোৱাত সভা ভঙ্গ কৰা হ'ল। তিনিখন কৃষি সমবায় ছচাইটি ৰেজিষ্ট্ৰী কৰাৰ পিছত মই চাবিয়াহৰ কাৰণে তিনিটা ৰেজিষ্ট্ৰাৰ [illegible] [illegible] [illegible] লগা হ'ল।

# পঞ্চদশ অধ্যায়

যথা সময়ত ছিলঙত গৈ চাৰি মাহৰ ছুটীত যোৱাজনৰ ঠাইত ডেপুটি ৰেজিষ্ট্ৰাৰৰ কামৰ ভাৰ ল'লোগৈ। কামত যোগ দিয়াৰ পিছতে খাদী ব'ৰ্ডখ কাৰণে এজন ডেপুটি ৰেজিষ্ট্ৰাৰ লোৱাৰ কথা হ'ল। এই কামত মোৰ পিছৰজনক দিলে, যিহেতু মই এজনৰ ছুটীত চাৰি মাহৰ কাৰণে কাম কৰি আছো। মোৰ তলৰ মানুহ-জনক এটা নিগাজি কাম দি মোক চাৰি মাহৰ কাৰণে ছুটীত যোৱাৰ ভেকেন্সিত দিয়াৰ এটা ষড়যন্ত্ৰ বুলি মোৰ ধাৰণা হ'ল। ইফালে এই তলৰ কৰ্ম্মচাৰীজনৰ চাৰ্ভিচ ৰেকৰ্ড বেয়া; এবাৰ কামৰপৰা নিলম্বিত হৈছিল। আৰ-তাৰ মুখে জানিব পাৰিলো যে মানুহজনক কংগ্ৰেছ মহলত চৰকাৰৰ পুৰিয়াল-কেইজনমানে বিশেষ ভাল পাইছিল।

চাৰি মাহৰ পিছত ছুটীৰ অন্তত কৰ্ম্মচাৰীজনে মোৰপৰা পুনৰ কামৰ ভাৰ ল'লেহি আৰু মই পুনৰ এছিচটেন্ট ৰেজি-ষ্ট্ৰাৰ হৈ ক'লৈ যাব লাগিব তাৰ একো ঠিকনা নাইকিয়া হ'ল। এনে পৰিস্থিতিত মই ছুটী ল'ব লগা হ'ল।

ইয়াৰ পিছত এজন ডেপুটি ৰেজিষ্ট্ৰাৰ হেণ্ডলুম সমবায়-বিলাকৰ কাৰণে লাগে বুলি সমবায় বিভাগৰপৰা গভৰ্ণমেণ্টলৈ জাননী গ'ল; কিন্তু কামটো গভৰ্ণমেণ্টে অনুমোদন কৰিবলৈ নকৰে তাক জনা নগৈছিল। মই এটা ভীষণ সমস্যাৰ সন্মুখীন হ'লো আৰু যোৰহাটৰ কমিউনিটি প্ৰজেক্টত এছিচটেন্ট ৰেজিষ্ট্ৰাৰৰ প্ৰেতৰ এটা কাম খালী আছে বুলি জানি ৰেজিষ্ট্ৰাৰ চাহাবক

তালৈকে মোক ডেপুটি ৰেজিষ্ট্ৰাৰৰ গ্ৰেড্ দি পঠালে ভাল পাম বুলি কোৱা মাত্ৰে তেখেত ৰাজী হ'ল আৰু ক'লে যে মই গৈ তাত কামৰ ভাৰ লোৱাৰ পিছত ডেপুটি ৰেজিষ্ট্ৰাৰৰ স্কেল দিবলৈ তেখেতে গভৰ্ণমেণ্টলৈ লিখিব। অতি ক্ষিপ্ৰ গতিত এই কামটো হ'ল। মই যিজনৰ ছুটীত কাম কৰি আছিলো স্বৰ্গীয় ধীৰেণ দেই মোক ক'লে যে "এইটো আপোনাক ডেপুটি ৰেজিষ্ট্ৰাৰৰ পদ নিদিবৰ কাৰণে এটা ষড়যন্ত্ৰ চলিছে, গতিকে এই কামত আপুনি নাযাব।" স্বৰ্গীয় শৰৎ বৰুৱা কমিউনিটি ডেভেলেপমেণ্টৰ ডেপুটি চেক্ৰেটৰী। তেখেতক মই সকবেপৰা জানো, সেয়ে তেখেতৰ পৰামৰ্শ ল'বলৈ গ'লো। তেখেতেও মোক এই ঠলখাপৰ কামটোলৈ যাবলৈ মানা কৰিলে। মই এই কামত নাযাওঁ বুলি কোৱাত ৰেজিষ্ট্ৰাৰ চাহাবৰ খৰ খং উঠিল, কিন্তু একো কৰিব নোৱাৰিলে। মই আগৰ কামলৈ ওভতি নগৈ ছুটী ল'লো আৰু মন্ত্ৰী প্ৰয়াত মইনুল হক চৌধুৰীক গৈ আপত্তি কৰাত বিচাৰ কৰিম বুলি ক'লে। কিন্তু দ্বিতীয়বাৰত তেখেতৰ ওচৰলৈ যাওঁতে তেখেতে মোৰ ওপৰত গৰ্জ্জি উঠিল আৰু ক'লে যে চিধা-চিধি মন্ত্ৰীক দেখা কৰাটো মোৰ দোষ হৈছে। তেখেতৰ এনে ব্যৱহাৰত মোৰ খৰ খং উঠিল আৰু তেখেতৰ টেবুলত চকা মাৰি কৈ আছিলো যে মোক এনে ধৰণৰ অন্যায় কৰাৰ বিচাৰ নহয়ে মানে মই কামত যোগ নিদিওঁ। তেখেতে মোক ক'লে যে মোৰ ওপৰবালাই মই এজন অলায়েক কৰ্ম্মচাৰী বুলি তেখেতক জনোৱাতহে তেখেতে মোৰ প্ৰমোচন বন্ধ কৰি ৰাখিছে। মই ক'লো যে মোক একো নজনোৱাকৈ আৰু মোৰ কোনো কৈফিয়ৎ নলৈ নকৰাকৈ মোক কোনো শাস্তি দিব নোৱাৰে। যদি মোৰ কিবা দোষেই আছিল

তেওঁতে মোক কেনেকৈ প্ৰমোচন দি চাৰি মাহৰ ছুটীৰ ভেকেন্সিত কাম কৰিবলৈ দিলেহি? এইদৰে কৈ তেখেতৰ ঘৰৰপৰা ওলাই আহি স্বৰ্গীয় ৰবীন্দ্ৰনাথ খাউণ্ডৰ ঘৰ সোমালো; তেখেতক লগ ধৰি মোৰ সকলো বৃত্তান্ত কৈ তেখেতৰ উপদেশ বিচাৰিলো। তেখেতে শ্ৰীখনীন্দ্ৰ বৰুৱা, ৰেজিষ্ট্ৰাৰ ও সমবায় বিভাগৰ সচিবলৈ টেলিফোনেৰে কথাটো সুধিলে। তেখেতে ক'লে যে মোৰ চাৰ্ভিচ ৰেকৰ্ড বেয়া কাৰণে মোৰ তলৰজনক মোৰ ওপৰত তুলি দিয়া হৈছে। তেখেতে ক'লে যে প্ৰথমে মোৰ কৈফিয়ৎ তলব কৰিহে এনে ব্যৱস্থা লব লাগিছিল। শ্ৰীযাদব বৰুৱাই এনে অন্যায়ৰ বিচাৰৰ কাৰণে চৰকাৰৰ ওপৰত মোকৰ্দ্দমা দাখিল কৰিবৰ কাৰণে মোৰ পৰামৰ্শ বিচাৰিলে। শ্ৰীখনীন্দ্ৰ বৰুৱাই খণ্ডত ফোনটো থেকেচা মাৰি থৈ নিমাত হ'ল।

স্বৰ্গীয় খাউণ্ডৰপৰা বিদায় লৈ স্বৰ্গীয় লক্ষেশ্বৰ বৰুৱা (দখীয়া মোমাইটি) ঘৰ পালোগৈ। এখেত মোৰ আইৰ মোমায়েকৰ কনিষ্ঠ পুত্ৰ। এখেত ভূমিষ্ঠ হৈয়ে মাতৃহাৰা হয়; মোৰ আইতাই তুলি-তালি ডাঙৰ কৰে। সেইসময়ত তেখেত ছিলঙত অসম চৰকাৰৰ এজন সহকাৰী সচিব হৈ আছিল। তেখেতক গৈ এই সকলোবিলাক কথা ক'লোগৈ। ঠিক সেই সময়ত শুকদেৱ মুনি বুলি এজন মাৰোৱাৰীসকলৰ পুৰোহিত দখীয়া মোমাইটিৰ ঘৰলৈ আহিছিল। তেখেতে প্ৰায়ে মোমাইটিৰ ঘৰলৈ গৈ থাকে; মোমাইটিয়ে মোক ক'লে যে ভালেই হ'ল তুমি ঠিক সময়তে আহি পাইছাহি। এই বুলি তেখেতে শুকদেৱ মুনিক মোৰ সকলো বিপৰ্য্যয়ৰ কথা ভাঙি-পাতি ক'লে। তেখেতে এভাগ সত্যনাৰায়ণ পূজা কৰিবলৈ ক'লে। মোমাইটিয়ে তেখেতকে পূজাভাগ কৰিবলৈ ক'লে। পূজা মোমাইটিৰ ঘৰতে পতাটো ঠিক হ'ল। কথামতে পুৰোহিতজন আহি পূজা

পাতিলেহি আৰু লগতে এভাগ যজ্ঞও কৰিলে। মোক যিবিলাক মানুহে ষড়যন্ত্ৰ কৰি চাকৰিৰ পদোন্নতিত হেঙাৰ দিছিল সেই সকলোবিলাকৰ নাম তেখেতে এটুকুৰা কাগজত লিখি ল'লে আৰু সেই কাগজটুকুৰা যজ্ঞৰ জুইত মন্ত্ৰপূত কৰি পোলাই দিলে। পূজাৰ শেষত তেখেতে ক'লে যে মোৰ সকলো শত্ৰুৰ পিঠিত কাঁইট লাগিল আৰু সোনকালে মোৰ শত্ৰুবিলাকৰ ষড়-যন্ত্ৰ মষিমূৰ হ'ব।

এই পূজাৰ পিছত মাধৱদেৱ বুলি এজন ঘোৰ তান্ত্ৰিক পণ্ডিত দুখীয়া মোমাইটিৰ ঘৰলৈ আহিছিল। মোমাইটিয়ে তেখে-তকো মোৰ সকলো কথা ক'লে। কথাবিলাক শুনি তেখেতে মোক এটা তাবিজ দিব খুজিছিল; কিন্তু স্বৰ্গীয় ভৱৰঞ্জন গোস্বামী, পৰ্ব্বতীয়া গোসাঁয়ে মোক কেইবছৰমানৰ আগতে দিয়া এটা তাবিজ পিন্ধি থকা বুলি কোৱাত তেখেতে বেলেগে তাবিজ দিয়াৰ প্ৰয়োজন নাই বুলি কৈ মই পিন্ধি থকাটোকে শোধন কৰি পুনৰ মোক পিন্ধিবলৈ দিলে। লগতে এফাঁকি মন্ত্ৰ লিখি দিলে আৰু ক'লে যে এই মন্ত্ৰটো উননবাৰকৈ মনতে গাই থাকিব লাগিব আৰু তাবিজ পিন্ধাৰ পঁচিশ দিনৰ মূৰতে সকলো শত্ৰু মষিমূৰ হ'ব। আচৰিত কথা যে ঠিক পঁচিশ দিনৰ ভিতৰতে মন্ত্ৰী মইনুল হক চৌধুৰীৰ বিৰুদ্ধে ছিলং ডেম'ক্ৰেটিক ৰিভিউত তেখেতৰ সাম্প্ৰদায়িকতাৰ বিষয়ে প্ৰমাণসহ বহুত কথা প্ৰকাশ হ'ল আৰু হঠাৎ তেখেত জবাবদিহি হৈ মোকৰ্দ্দমাত জড়িত হৈ পৰিল। শ্ৰীযুত ফণীন্দ্ৰ চন্দ্ৰ বৰুৱাক সমবায় বিভাগৰ-পৰা বদলি কৰিলে। শ্ৰীযুত শিৱদেৱ শৰ্ম্মাক সমবায় বিভাগৰ উপমন্ত্ৰী পাতিলে। শ্ৰীমোহিনী ফুকন, আই. এ, এচ,ক সমবায় বিভাগৰ সচিব আৰু স্বৰ্গীয় কুসুম ফুকনক সমবায় বিভাগৰ

ৰেজিষ্ট্ৰাৰ কৰি আনিলে। এই সকলোবিলাক মোৰ উদ্ধাৰৰ কাৰণেই হ'ল। শ্ৰীমোহিনী ফ্কন (মোৰ মামত্ত ভাই) সকৰে-পৰা একেখন ঘৰতে উঠা। শ্ৰীবিশ্বদেব শৰ্ম্মা মোৰ দাদাৰ ছাত্ৰ আছিল আৰু মোৰ ভতিজাবিলাকৰ লগত তেখেত বৰ ঘনিষ্ঠ আছিল।

শ্ৰীযুত খনীন্দ্ৰ বৰুৱাৰ বিদায় সভাৰ দিনা মই চেগ চাই তেখেতক লগ ধৰি মোক কৰা অন্যায়টো খণ্ডন কৰি যাবলৈ অনুৰোধ কৰিলো আৰু কি ঈশ্বৰৰ ইচ্ছা তেখেতে তপৰাই ক'লে, "আজি ৰাতিযেই মই আপোনাক কৰা ভুলটো শুধৰাই যাম।" যেনে কথা তেনে কাম; পিছদিনাই তেখেতে ফাইলত লিখি পঠালে যে মইহে সকলোকেইজন কৰ্ম্মচাৰীৰ ওপৰত আৰু খালী হৈ থকা ডেপুটি ৰেজিষ্ট্ৰাৰৰ পদৰ বাবে মোক প্ৰথম স্থান দি গ'ল। শ্ৰীযুত বৰুৱা যোৱাৰ পিছত মোহিনী ফ্কন নাহে মানে স্বৰ্গীয় মকবুল ৰহমানক তেখেতৰ ঠাইত অস্থায়ীভাৱে কাম চলাবলৈ দিলে। এখেতো মোৰ বহুদিনীয়া চিনাকি। তেখেতক গৈ ক'লোগৈ যে মোহিনী ফ্কন অহাৰ আগতে মোৰ কথাটো নিষ্পত্তি কৰিব লাগে, যিহেতু মোহিনী ফ্কন মোৰ ভাই।

ইতিমধ্যে বয়ন সমবায় সমিতিবিলাক ভালকৈ প্ৰতিষ্ঠা কৰিবৰ কাৰণে এজন ডেপুটি ৰেজিষ্ট্ৰাৰৰ প্ৰয়োজন হ'ল আৰু পদটো অনুমোদন কৰিবৰ বাবে ফাইনেন্স বিভাগলৈ ফাইলটো পঠোৱা হ'ল। শ্ৰীযুত মথুৰা গোস্বামী, প্ৰাক্তন ফাইনেন্স চেক্ৰেটৰীয়ে ডেপুটি ফাইনেন্স চেক্ৰেটৰী এ, কে, ৰয়ক মোৰ লগত কথা পাতিবলৈ অনুৰোধ কৰিলে। এ, কে ৰয়ে মোক মাতি পঠালে। মই তেখেতক অনুৰোধ কৰিলো যে

ডেপ্যুটি ৰেজিষ্ট্ৰাৰৰ পদটো যাতে সোনকালে অনুমোদন কৰি পঠায়। তেখেত ৰাজী হ'ল আৰু ফাইলটো তেখেতৰ ওপৰৱালা ফাইনেন্স চেক্ৰেটৰীলৈ পঠালে। ফাইনেন্স চেক্ৰেটৰীয়ে বয়ন সমবায়ত ডেপ্যুটী ৰেজিষ্ট্ৰাৰৰ কোনো দৰকাৰ নাই বুলি মন্ত্ৰীলৈ এটা টোকা পঠালে, যিহেতু বয়ন সমবায়ৰ কাৰণে এজন এছিচটেণ্ট ৰেজিষ্ট্ৰাৰ আছেই। মই বৰ বিপাণ্ডত পৰিলো। শ্ৰীযুত দেবেশ্বৰ শৰ্ম্মা সেই সময়ত বিত্তমন্ত্ৰী আছিল; কিন্তু দুই এদিনৰ ভিতৰতে তেখেত প্ৰয়াত ফকৰুদ্দিন চাহাবক বিত্ত মন্ত্ৰীত্বৰ ভাৰ দি তেখেত শিক্ষা বিভাগলৈ অহাৰ কথা। পুনৰ দুখীয়া মোমাইটিৰ লগত আলোচনা কৰিলো। ঠিক মই তেখেতৰ লগত বহী থাকোতেই স্বৰ্গীয় গোলোক বেজবৰুৱা তালৈ আহিছিল। স্বৰ্গীয় বেজবৰুৱা দুখীয়া মোমাইটি, মই, মোৰ ককাইদেউ স্বৰ্গীয় অতুল বৰুৱা আৰু ভালেকেইজন সৰুতে মোৰ মোমাই স্বৰ্গীয় ৰাধানাথ ফুকনৰ ঘৰত একেলগে আছিলো। স্বৰ্গীয় বেজবৰুৱা আৰু শ্ৰীযুত শৰ্ম্মা দুয়ো নলে-গলে লগা বন্ধু। দুখীয়া মোমাইটিয়ে স্বৰ্গীয় বেজবৰুৱাক মোৰ বিষয়ে সকলো কথা ভাঙি-পাতি কৈ শৰ্ম্মা ডাঙৰীয়াক এই বিষয়ে কোৱালে। শ্ৰীযুত শৰ্ম্মা ডাঙৰীয়াই ইমান দিনে তেখেতক এই বিষয়ে নোকোৱাৰ কাৰণে খং কৰিলে আৰু তৎক্ষণাত তেখেতক এচেম্ব্লী হাউচত য'তে থাকে ত'তে মোক দেখা কৰিবলৈ কৈ পঠালে। সেই হিচাপে মই গ'লো আৰু তেখেতক স্বৰ্গীয় সিদ্ধিনাথ শৰ্ম্মা মন্ত্ৰী আৰু স্বৰ্গীয় মতীৰাম বৰা মন্ত্ৰীৰ লগত বহি কথা পাতি থকাতে পালোগৈ। মোক দেখা পায়ে তেখেত খপ্‌কৈ উঠি তেখেতৰ টেবুললৈ গৈ মোৰ ফাইলটোৰ বিচাৰ কৰিলে। তেখেতৰ পি, এ, জনে আহি ফাইলটো উলিয়াই দিলেহি। এই

বাহিৰলৈ ওলাই আহিছিলো, তেখেতে তৎক্ষণাত মোক মতাই আনিলে আৰু মোক সন্মুখত থিয় কৰাই মই দেখাকৈ ফাইলত এটা টোকা লিখিলে যে বিত্ত সচিবৰ লগত তেখেত একমত হ'ব নোৱাৰে, যিহেতু বয়ন শিল্প সমবায় ক্ষিপ্ৰ গতিত গঢ়ি উঠিব লাগিব। গতিকে ইয়াৰ কাৰণে এজন ডেপুটি ৰেজিষ্ট্ৰাৰ তুৰন্তে মকস্থল কৰিব লাগে। তেখেতে অতি তৎপৰতাৰে পদটো অনুমোদন কৰিলে আৰু উপ-সচিব এ, কে, বৰুৱাক মতাই আনি ফাইলটো তেখেতৰ হাতত দি তৎক্ষণাত তেখেতৰ হুকুমৰ নকল এটা মোক দিবলৈ ক'লে। আবেলি কেলিকা মই ফুৰিবলৈ গৈ ধানখেতিৰ ওচৰ পাওঁতেই শ্ৰীবৰুৱা অফিচৰপৰা ঘৰলৈ ঘূৰি আহোঁতে বাটত মোক লগ পাই মোৰ হাতত বিত্ত বিভাগৰ মন্ত্ৰীৰ হুকুমৰ নকল এটা দিলে।

এতিয়া বয়ন বিভাগৰ ডেপুটি ৰেজিষ্ট্ৰাৰ এজন ল'ব পৰা হ'ল। সমবায় বিভাগৰ মন্ত্ৰী মইনুল হক চাহাবে শ্ৰীযুত দেবেশ্বৰ শৰ্মাক বৰ ভাল নোপোৱা যেন লাগিছিল আৰু তেখেতে যে মোক সহজে কামটো দিব সেইটো আশা কৰা টান হৈছিল। যাহওক আগতে কৈ আহিছো যে তেখেত মোক-দ্দমাত জড়িত হোৱাত তেখেতৰ উপমন্ত্ৰী শ্ৰীযুত বিষ্ণদেৱ শৰ্মাই বেছিভাগ কাম কৰিব লগা হ'ল। মই পুনৰাতে গৈ শৰ্মাৰ ঘৰত দেখা কৰি সকলো কথা ক'লোগৈ। তেখেতে মোক অফিচ খোলাৰ লগে লগে অফিচত দেখা কৰিবলৈ ক'লে। সেইমতেই মই অফিচলৈ গৈ বিষ্ণদেৱ শৰ্মাক দেখা কৰি-লোগৈ। তেখেতে সমবায় সচিব স্বৰ্গীয় মবিবুৰ ৰহমানলৈ ফোন কৰি মোৰ বিষয়ৰ সকলো কাগজ-পত্ৰ লৈ তেখেতৰ ওচৰলৈ আহিবলৈ ক'লে। কিন্তু ৰহমানে পোনে পোনেই মন্ত্ৰী

মইনুল হক চৌধুৰীৰ ওচৰ পালেগৈ আৰু মোক হেণ্ডলুমৰ ডেপুটি ৰেজিষ্ট্ৰাৰৰ পদত বকৰল কৰা হ'ল বুলি মন্ত্ৰীৰ হতুৱাই ফাইলত লিখাই আনি উপমন্ত্ৰীৰ ওচৰ পালেগৈ।

যথা সময়ত মই ৰেজিষ্ট্ৰাৰৰ অফিচত কামত যোগ দিলোঁহি। মোৰ দৰ্ম্মহা, টি এ আদি বয়ন ও ৰেচম শিল্প বিভাগৰ ডিৰেক্টৰেহে দিব লগা হ'ল, যিহেতু সেইদিন পৰ্য্যন্ত কেন্দ্ৰীয় হেণ্ডলুম ব'ৰ্ডৰ সকলো টকা-পইচা বয়ন বিভাগৰ সঞ্চালক-লৈহে আহিছিল। দৰ্ম্মহা মই নিজেই বিল কৰি ল'ব পাৰো; কিন্তু টি, এ আদি অন্যান্য খৰচ বয়ন বিভাগৰ সঞ্চালকেহে দিব পাৰে আৰু কাম কৰিব লাগে ৰেজিষ্ট্ৰাৰৰ আদেশত। অৱশ্যে এনেবিলাক খেলি-মেলি অলপ দিনৰ পিছতে আঁতৰ হ'ল। ৰেজিষ্ট্ৰাৰৰ অফিচৰ লগতে মোৰ অফিচ পতা হ'ল আৰু এছিচটেণ্ট ৰেজিষ্ট্ৰাৰজনক তেওঁৰ অফিচৰে সৈতে বয়ন বিভাগৰপৰা সমবায় বিভাগলৈ অনা হ'ল।

—o—

## ষষ্ঠদশ অধ্যায়

নতুন অফিচ পাতি লোৱাৰ পিছত হেণ্ডলুম আৰু পাৱাৰলুম-বিলাকৰ কামত ক্ষিপ্র গতিত লাগি গ'লো। প্ৰাথমিক বয়ন শিল্প সমবায়বিলাক কেন্দ্ৰীভূত কৰিবৰ কাৰণে কেইবাবছৰো আগতে এখন এপেক্স উইভাৰ সমবায় সমিতি গুৱাহাটীত গঠন কৰা হৈছিল; কিন্তু ছচাইটি পতাৰ পিছত কোনো কাম হাতত লোৱা হোৱা নাছিল। মাত্ৰ চাৰিহাজাৰ টকা অংশৰ মূল্য উঠোৱাৰ পিছত ই একেবাৰে অচল হৈ পৰি আছিল। গুৱাহাটীত থকা এছিচ্টেণ্ট ৰেজিষ্ট্ৰাৰজনেই এই এপেক্স উইভাৰৰ চৰকাৰে মনোনীত কৰা সভাপতি। ৰেচম ও বয়ন বিভাগৰ পৰা এছিচ্টেণ্ট ৰেজিষ্ট্ৰাৰজনক সকলো বয়ন শিল্প সমবায় সমিতিৰ তত্বাৱধানৰ কাৰণে ৰখা হৈছিল; কিন্তু আচলতে কথা যে দুজন-কেয়ো দায়িত্বশীল বিষয়া থাকোতেও এপেক্স উইভাৰ ছচাইটিখন মৰাশৰ দৰে পৰি আছিল। ৰেচম ও বয়ন বিভাগত থকা এছিচ্টেণ্ট ৰেজিষ্ট্ৰাৰজনে কেৱল ৰিবেটৰ বিলৰ টকা দিয়া আৰু তাঁতশালৰ আহিলা-পাতিবিলাক তৈয়াৰ কৰিবলৈ ঠিকা দিয়াৰ বাহিৰে অন্য একো কাম কৰা দেখা নাপালো। এজন ডেপুটি হেণ্ডলুম অফিচাৰ আৰু কেইজনমান উইভিং ডেমনষ্ট্ৰেটৰো ৰেচম ও বয়ন বিভাগত হেণ্ডলুম সমবায়বিলাক চোৱা-চিতা কৰিবলৈ দিয়া হৈছিল। ৰিবেটৰ বিলৰ টকা অল ইণ্ডিয়া হেণ্ডলুম ব'ৰ্ডে তাঁতশালত কাপোৰ তৈয়াৰ কৰা মানুহক শতকৰা দহৰ পৰা বিশ টকালৈকে প্ৰতি মিটাৰ কাপোৰৰ ওপৰত সম্ভাব্য লোকচানৰ ওপৰত দি

সহায় কৰে, যাতে তাঁত শিল্পীসকলে ব্যৱসায়ত কোনো লোকচান ভুগিব নালাগে। প্ৰতি বয়ন শিল্প সমবায়বিলাকে কিমান মিটাৰ কাপোৰ বছৰটোত উৎপন্ন কৰি বিক্ৰী কৰিলে তাৰ হিচাপ প্ৰতি বছৰে বয়ন বিভাগত থকা এছিচটেণ্ট ৰেজিষ্ট্ৰাৰজনক দিব লাগে আৰু তেখেতে সেইবিলাক চাই-মেলি প্ৰত্যেককে ওপৰোক্ত হিচাপত টকা দিয়ে। মই ডেপুটি ৰেজিষ্ট্ৰাৰ হৈ ৰেচম ও বয়ন বিভাগত থকা অফিচটো মোৰ হাতলৈ অহাত এই ৰিবেটৰ বিলবিলাকৰ টকা দিয়াটো মোৰ দায়িত্বত পৰিল।

এই কাম হাতত লোৱাৰ আগতে এদিন মুখ্যমন্ত্ৰীৰ আদেশমতে গুৱাহাটীৰ পাণবজাৰত থকা আসাম ট্ৰেডিং ক'অপাৰেটিভখনত এটা তদন্ত কৰিব লগা হ'ল। এই তদন্তটো লোহা-লক্কৰৰ লেনদেনৰ খেলি-মেলিৰ ওপৰত। আদেশ পোৱাৰ লগে লগেই গুৱাহাটীলৈ গৈ তদন্ত আৰম্ভ কৰিলোঁগৈ। এই তদন্ত কৰি থাকোঁতেই হঠাৎ বহু লাখ টকাৰ সূতাৰ আমদানি ও বিতৰণ হোৱা দেখা পালোঁ। এইবিলাক মাদুৰা মিলৰ অতি উৎকৃষ্ট সূতা! অসমত এই সূতাৰ কোনো এজেঞ্চি নাই; সূতাৰ ব্যৱসায়ীবিলাকে এই সূতা কলিকতাৰপৰাহে আনিব লাগে, গতিকে খৰচ বেছি পৰে। আসাম ট্ৰেডিং ছচাইটিক এই সূতা কোনে দিলে আৰু কাক বিক্ৰী কৰে তাৰ অনুসন্ধান কৰাত চেক্ৰেটৰীজনে ক'লে যে স্বৰ্গীয় বিষ্ণুৰাম মেধী মাদ্ৰাজৰ গভৰ্ণৰ হৈ থাকোঁতে তেখেতক ধৰি-মেলি মাদুৰা মিলৰপৰা অসমৰ শিপিনীসকলক সহায় কৰিবৰ কাৰণে এটা সূতাৰ এজেঞ্চি লোৱা হ'ল। উল্লেখযোগ্য যে স্বৰ্গীয় মেধীৰ খুলশালিয়েক প্ৰথমে এই ছচাইটিখনৰ চেয়াৰমেন আছিল, পিছত অসমৰ এজন মন্ত্ৰী হৈছিলগৈ। কথা

প্ৰসঙ্গত মই চেক্ৰেটৰী শ্ৰীভাৰত দাসক সুধিলো যে তেখেতে অসমত বয়ন শিল্পক দিবলৈ অনা মাদ্ৰা মিলৰ সূতাবিলাক অসম এপেক্স উইভাৰ ছচাইটিক বিতৰণ কৰিবলৈ দিলে কেনে হয় ? শ্ৰীদাসে ভালকৈ জানিছিল যে এপেক্স উইভাৰ ছচাইটিৰ কোনো টকা-পইচা নাই আৰু ১০/১২ লাখ টকাৰ একোটা সূতাৰ কনচাইনমেণ্ট কোনোপধ্যেই ল'ব নোৱাৰিব ; গতিকে শ্ৰীদাসে ক'লে যে এনে কৰিলে তেখেতে ভাল হে পাব ; কিন্তু ফ'াচি বজাৰৰ মাৰোৱাৰীসকলৰপৰা সূতা দিম বুলি অনা আগধনখিনি আগতে ওভতাই দিব লাগিব। মই একো নামাতি মোক মুখ্যমন্ত্ৰীয়ে কৰিবলৈ দিয়া তদন্ত কৰি ছিলং পালোহি ।

পিছদিনা মই এপেক্স ক'অপাৰেটিভ বেংকৰ মেনেজিং ডিৰেক্টৰ স্বৰ্গীয় ৰাধিকাপ্ৰসাদ বৰুৱাক লগ ধৰি এপেক্স উইভাৰ ক'অপাৰেটিভক দহলাখ টকাৰ কেচ-ক্ৰেডিট দিবলৈ ধৰিলো। তেখেতে পোনছাটেই অসম্ভৱ বুলি ক'লে, যিহেতু আগতে চেণ্ট্ৰেল ট্ৰেডিং ক'অপাৰেটিভবিলাকত কাপোৰ সূতাৰ কাৰণে দিয়া বহুত লাখ টকা মৰা পৰিল। মই তেখেতক ক'লো যে মই যোৰহাট ও গোলাঘাটত চেণ্ট্ৰেল ট্ৰেডিঙৰ চেক্ৰেটৰী হৈ থাকোতে এপেক্স বেংকৰ সুতে-মূলে সকলো ধাৰ মাৰি আন ঠাইত হোৱা লোকচানৰ অনেক ক্ষতিপূৰণ কৰি দিছিলো; এতিয়া মোক মাদ্ৰা মিলৰ নিচিনা দুষ্প্ৰাপ্য সূতাৰ কাৰবাৰত টকা নিদিলে আপোনালোকেনো আন কি ব্যৱসায়ৰ কাৰণে টকা দিব ? তেখেতৰ লগত এনেধৰণৰ কথা-বতৰা হৈ থাকোতেই স্বৰ্গীয় গিৰীশ শৰ্ম্মা, এপেক্স বেংকৰ ভাইচ চেয়াৰমেন আহি সোমালহি আৰু মইনো কি কাৰণে ৰাধিকা বৰুৱাৰ লগত

তর্ক-বিতর্ক কৰিছো তাৰ বস্তু ল'লে। ( ৺গিৰীশ শৰ্মাই মোক বহুত দিনৰ আগৰেপৰা ভালদৰে চিনি পায় আৰু তেখেতৰ সহায়ত মই সমবায় বিভাগত নিয়োজিকৈ চাকৰি পাওঁ )। শৰ্মা ডাঙৰীয়াই ক'লে যে "তোমাক টকা দিয়াত বেংকৰ কোনো আপত্তি থাকিব নোৱাৰে, যিহেতু তুমিয়েই একমাত্র অফিচাৰ যি এপেক্স বেংকৰ ধাৰ সম্পূৰ্ণ পৰিশোধ কৰিলা।" মই তেখেতক ক'লো যে মই ব্যক্তিগতভাৱে কোনো দায়িত্ব ল'ব নোৱাৰো, যিহেতু মই চৰকাৰৰ নিয়ম-নিৰ্দেশতহে কাম কৰিব লাগিব; তথাপি মই থকা কালত বেংকৰ লাভৰ বাহিৰে লোকচান হ'বলৈ নিদিওঁ। এই-বুলি কোৱাত তেখেতসকলে পিছদিনাই এখন বৰ্ডৰ মিটিং পাতিলে। স্বয়ং সমবায় মন্ত্রী প্রয়াত মইনুল হক চৌধুৰী এপেক্স বেংকৰ স্থায়ী সভাপতি হ'ল। শ্রীবিশ্বদেৱ শৰ্মা ডেপুটি মিনি-ষ্টাৰক কথাটো ক'লেগৈ। তেখেতে তৎক্ষণাত মুখ্যমন্ত্রীৰ লগত যোগাযোগ কৰি এপেক্স উইভাৰ ছচাইটিক দহলাখ টকাৰ কেচ-ক্রেডিট দিয়াৰ ব্যৱস্থা কৰি সমবায় মন্ত্রীক টকাটো মঞ্জুৰ কৰি দিবলৈ অনুৰোধ কৰিলে আৰু সেইমতেই কাম হ'ল। সমবায় বিভাগৰ ৰেজিষ্ট্রাৰক আগতে এই বিষয়ে জনোৱা হোৱা নাছিল; তেখেতো এপেক্স বেংকৰ বৰ্ড অব্ ডিৰেক্টৰৰ সভ্য; মিটিঙৰ আগে আগেহে কথাটো জনোৱা হয়।

টকা যোগাৰ কৰিয়েই অসম ষ্টেট সমবায় সামিতিৰ সম্পাদকলৈ এখন জৰুৰী চিঠি লিখি সূতাখিনি অসম উইভাৰ সমিতিক দিবলৈ ক'লো আৰু গুৱাহাটীৰ এচিষ্টেন্ট ৰেজি-ষ্ট্রাৰলৈ চিঠিখনৰ নকল এটা পঠাই টেলিফোন কৰি জনালো যে মাদুৰা মিলৰ সূতাটো ল'বৰ কাৰণে এপেক্স বেংকৰ লগত টকাৰ বন্দবস্ত কৰা হ'ল; সূতাখিনিৰ বাহিৰৰ কাৰণে এটা

গুদাম বন্দবস্ত কৰিবৰ কাৰণে ক'লো। এছিচটেণ্ট্ ৰেজিষ্ট্ৰাৰজনে কথাটো বৰ জৰুৰীভাৱে নললে। ইতিমধ্যে অসম ট্ৰেডিং সমবায়ৰ চেক্ৰেটৰীজন ছিলঙলৈ আহি ৰেজিষ্ট্ৰাৰক লগ ধৰি ক'লেহি যে যিহেতু তেখেতে ফাঁচি বজাৰৰ মাৰোৱাৰীৰপৰা সূতা দিবৰ কাৰণে বহুত আগধন লৈ থৈছে, সিহেতু তেওঁলোকক সূতা দিব নোৱাৰিলে চুক্তি ভঙ্গ হ'ব আৰু মোকৰ্দ্দমাৰ সন্মুখীন হ'ব লাগিব। ৰেজিষ্ট্ৰাৰ চাহাবে মোক মাতি পঠালে। মই আহি ক'লোহি যে মই তেখেতসকলৰ ছচাইটিত এটা তদন্ত কৰি থাকোতে তেখেতৰ লগত এই সংক্ৰান্তত কথা-বতৰা হৈছিলো আৰু তেতিয়া তেখেতে বিনা আপত্তিত এপেক্স উইভাৰ ছচাইটিক সূতা দিবলৈ ৰাজী হোৱাতহে সকলো বন্দবস্ত কৰি সূতা ল'বলৈ গুৱাহাটীৰ এছিচটেণ্ট ৰেজিষ্ট্ৰাৰক আদেশ দিয়া হৈছে, গতিকে এতিয়া হেঁচকা-পিছলা কৰিলে নহ'ব। মই ক'লো অগত্যা তেখেতসকলে আগধন লোৱা টকা অনুপাতে সূতা দি বাকী সূতা এপেক্স উইভাৰলৈ দিব পাৰিব। এই প্ৰস্তাৱত চেক্ৰেটৰীজন কোনো পধ্যেই ৰাজী নহয়; সূতাটো নিদিয়া কৰিবলৈ গভৰ্ণমেণ্টৰ ওচৰত আবেদন-নিবেদন কৰি একো ফল নধৰাত গুৱাহাটীলৈ ওভতি গ'ল। গুৱাহাটীৰ এছিচটেণ্ট ৰেজিষ্ট্ৰাৰজনক কিবা ৰকমে হাত কৰি সূতাটো লোৱাত লেঃহেম কৰাবলৈ ধৰিলে। ঠিক এনে সন্ধিক্ষণতে মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়া গুৱাহাটীলৈ আহিছিল। সূতাটো লোৱাত এছিচটেণ্ট ৰেজিষ্ট্ৰাৰজনে লেহেম কৰাত এপেক্স উইভাৰৰ ভাইচ্ চেয়াৰমেন প্ৰয়াত কমলাকান্ত দাসে গৈ তেখেতৰ ওচৰত আপত্তি জনালেগৈ। (৺দাস ডাঙৰীয়া সমবায় বেচম শিল্প অনুষ্ঠানৰ সভাপতি আছিল। গুৱাহাটীৰ পাণ বজাৰত থকা এখেতৰ দোকানখন সৰ্ব্ব-

বৃহৎ দোকান খুলিব পাৰি। শুৱালকুচিত উৎপন্ন হোৱা সকলো ধৰণৰ কাপোৰ এই সমবায় অনুষ্ঠানৰ জৰিয়তে গোটেই অসমত যোগান ধৰে। ইয়াৰ বাহিৰেও অসমৰ বাহিৰলৈকো বহুত কাপোৰ ৰপ্তানি হয়)। মুখ্যমন্ত্ৰীয়ে তৎক্ষণাত এছিচটেণ্ট ৰেজিষ্ট্ৰাৰজনক মতাই আনিলে আৰু সুতাটো কিয় অনা নাই সুধিলে। এছিচটেণ্ট ৰেজিষ্ট্ৰাৰে টকাৰ অভাৱ বুলি কোৱাত তেখেতক দৰ্বীয়ালে আৰু তৎক্ষণাত সুতাটো আনিবলৈ হুকুম দি টকা এপেক্স বেংকৰপৰা ল'বলৈ কৈ আহিল।

মুখ্যমন্ত্ৰী অহাৰ পিছত এছিচটেণ্ট ৰেজিষ্ট্ৰাৰজনে সুতা থ'বলৈ গুদাম নাই বুলি মোক ফোন কৰি জনালে। তেখেতৰ-ফোন পায়ে মই গুৱাহাটী পালোহি আৰু গুদাম বিচৰাত লাগি গ'লো। মই জানিছিলো যে অসমৰ সকলো নগৰতে কেন্দ্ৰীয় চৰকাৰৰ টকাৰে সজা একোটা গুদাম আছে। এই গুদামটোৰ বিষয়ে অনুসন্ধান কৰি পালো যে অসম সমবায় মাৰ্কেটিং ছচাইটিয়ে এই গুদামটো দখল কৰি আছে, অথচ গুদামত কোনো বস্তু নাই; কেৱল গুদাম ৰখীয়াজন সপৰিয়ালে গুদাম চকীদাৰৰ ঘৰটোত থাকে। মই গৈয়েই গুদাম ৰখীয়াজনক মতাই আনিলো আৰু গুদামটো খুলিবলৈ ক'লো। ভিতৰ সোমাই দেখিলো যে কমেও এহেজাৰ বেল সুতা সেই গুদামত ৰাখিব পৰা হয়। গুদামৰ চাবীটো গুদাম ৰখীয়াজনৰপৰা খুজি লৈ এখন ৰছিদ লিখি দিলো আৰু এছিচ্-টেণ্ট ৰেজিষ্ট্ৰাৰক সুতা আনি এই গুদামত ৰাখিবলৈ ক'লো। মুখ্যমন্ত্ৰীক লগে লগেই টেলিফোন যোগে কথাটো জনোৱা হ'ল। লগে লগে আসাম শ্বেভিং ছচাইটিৰপৰা অনা সুতা-বিলাকৰ বাবে এখন বিল এছিচ্টেণ্ট ৰেজিষ্ট্ৰাৰলৈ দিয়ালো

কোৰা হ'ল আৰু এপেক্স বেংকৰ ব্ৰাঞ্চ মেনেজাৰক এপেক্স উইভাৰ ছচাইটিৰ সূতাৰ গুদামত তেখেতৰো এটা তলা লগাবলৈ কোৱা হ'ল। এইবিলাক বন্দবস্ত কৰি ছিলঙলৈ ঘূৰি আহিলো আৰু লগে লগেই মাদুৰা মিললৈ এখন জৰুৰী চিঠি লিখি জনালো যে ভবিষ্যতে আসাম ট্ৰেডিং ক'অপাৰেটিভলৈ সূতা পঠাব নালাগে; ইয়াৰ পৰিবৰ্ত্তে আসাম এপেক্স উইভাৰ ক'অপাৰেটিভলৈ সূতাবিলাক পঠাব লাগে। মোৰ চিঠি পায়ে মাদুৰা মিলে তৎক্ষণাত উত্তৰ দিলে যে সকলো সূতা সমবায় বিভাগৰ নিৰ্দ্দেশ অনুসাৰে এপেক্স উইভাৰ ছচাইটিলৈ পঠোৱা হ'ব।

ইতিমধ্যে আসাম এপেক্স মাৰ্কেটিঙৰ সভাপতি প্ৰয়াত অৰবিন্দ বৰুৱা ছিলঙলৈ আহি মোৰ বিপক্ষে ৰেজিষ্ট্ৰাৰৰ ওচৰত নালিশ কৰিলেহি যে মই তেখেতক নোসোধাকৈয়ে তেখেতে ব্যৱহাৰ কৰি থকা গুদামটো লোৱাটো বে-আইনী হ'ল; তৎক্ষণাত গুদামটো তেখেতক ওলোটাই দিবলৈ ক'লে। ৰেজিষ্ট্ৰাৰ চাহাবে মোক ততালিকে মতাই আনিলে আৰু মই আহি পালত মোক সুধিলে যে সোধ-পোছ নোহোৱাকৈ লোকৰ গুদামটো কিয় লোৱা হ'ল? মই ক'লো যে বৰ্ত্তমান এপেক্স মাৰ্কেটিঙৰ কোনো কাৰবাৰ নাই, গুদামটো খালী হৈ পৰি আছে। আনহাতে এইটো এটা চৰকাৰী গুদাম; এপেক্স মাৰ্কেটিঙে কোনো ভাৰা নিদিয়াকৈ গুদামটো ব্যৱহাৰ কৰি আছে, গতিকে মাদুৰা মিলৰপৰা অহা সূতাবিলাক ৰখাৰ ব্যৱস্থা কৰিবই লাগিব। কথাটো সভাপতি ডাঙৰীয়াক গুৱাহাটীৰ এচিষ্টেণ্ট ৰেজিষ্ট্ৰাৰে লগে লগেই জনাইছে। তেখেতে ৰেজিষ্ট্ৰাৰ চাহাবক গুদামটো খালী কৰাই দিবলৈ অনুৰোধ কৰিলে; কিন্তু কোনো ফল নধৰিল। উল্লেখযোগ্য যে অৰবিন্দ বৰুৱা স্বৰ্গীয় কনকলাল বৰুৱাৰ জ্যেষ্ঠ পুত্ৰ।

আসাম ট্ৰেডিং ক'অপাৰেটিভে সূতাৰ কোটাৰ কাৰণে মাদ্ৰা মিললৈ দিয়া দৰখাস্তখন জইণ্ট ৰেজিষ্ট্ৰাৰ শ্ৰীযজ্ঞেশ্বৰ গগৈয়ে ৰিকমেণ্ড কৰি পঠাইছিল; কিন্তু এই বিষয়ে শ্ৰীগগৈয়ে অফিচত একো জানিবলৈ নিদিয়াত এই সূতাৰ কাৰবাৰটো কোনেও গম নোপোৱাকৈ পূৰাদমে চোৰাংভাৱে চলি আছিল। দেখা গ'ল যে এই আপুকণীয়া মাদ্ৰা মিলৰ সূতাৰ কাৰবাৰটো সমবায় আৰু অসমৰ শিপিনীৰ নামত চোৰাংভাৱে অনাত সমবায় বিভাগৰ কৰ্ম্মচাৰীও লিপ্ত আছিল। এতিয়া অসম উইভাৰ এপেক্স ক'অপাৰেটিভলৈ সূতাটো অনাত এখেত্সকলৰ মূদা মৰিল।

সূতাবিলাক অনা আৰু থোৱাৰ ব্যৱস্থা কৰা হ'ল; কিন্তু এইবিলাক বিতৰণৰ ভাল ব্যৱস্থা নকৰিলে সূতা বাটতে অন্তৰ্ধান হব। হেণ্ডলুমৰ কাৰণে এখন পূৰণা বাচ বয়ন ও চেৰিকালচাৰ অফিচত পৰি আছিল; আৰু এখন বাচ ইণ্ডাষ্ট্ৰি ডিপাৰ্টমেণ্টৰ অফিচত পৰি আছিল। এই দুয়োখন বাচ আনি ছিলঙৰ সকলোতকৈ ডাঙৰ মটৰ কাৰখানাত ভাল কৰিবলৈ দিয়া হ'ল। কিছুদিনৰ পিছত বাচ দুখন সম্পূৰ্ণ ব্যৱহাৰৰ উপযোগী হ'ল আৰু বাচ দুখন এপেক্স উইভাৰলৈ পঠাই দিয়া হ'ল, যাতে সূতা অনা-নিয়া কৰাত সুচল হয়। গোটেই অসমতে এই বাচ দুখনৰদ্বাৰাই প্ৰতি জিলা ও মহকুমাৰ সদৰত ডেপুটি হেণ্ডলুম অফিচাৰৰ জৰিয়তে সূতা বিতৰণৰ ব্যৱস্থা কৰা হ'ল।

ইয়াৰ পিছত মোৰ অফিচে ৰিবেটৰ বিলবিলাক চাই-মেলি ৰিবেটৰ টকাবিলাক দিবৰ কাৰণে মোক চেকবিলাক চহী কৰিবলৈ দিলে। গোটেই অসমৰ ৰিবেটৰ বিলৰ টকা কেইবালাখো হয়। মই বিলবিলাক পাচ কৰি এপেক্স উইভাৰ হোৱাই-

টিলৈ পঠাই দিলো, যাতে বিলাবিলাক পুনৰ চেক কৰি বিবে-টৰ টকাত মাৰি সুতা দিয়া হয় আৰু এই সুতাৰ কাপোৰ তৈয়াৰ কৰি হেণ্ডলুম এম্প্ৰবীয়ামবিলাকৰ জৰিয়তে বিক্ৰী কৰিবলৈ নিৰ্দেশ দিয়া হয়। এইদৰেই এপেক্স উইভাৰ ক'অপাৰেটিভখন পুনৰ্জীৱিত কৰা হ'ল। মাত্ৰ চাৰিহেজাৰ টকাৰ মূলধনত পৰি থকা সমিতিখনৰ এবছৰৰ ভিতৰত সাতলাখ টকাৰ মূলধন হয়গৈ।

কেন্দ্ৰীয় চৰকাৰে হেণ্ডলুমৰ লগত পাৱাৰলুম সমবায় সমিতি গঢ়িবৰ কাৰণেও আঁচনি ল'লে। পাৱাৰলুম সমবায় সমিতিৰ সমজুৱাসকলক পাৱাৰলুম লবৰ কাৰণে লুম প্ৰতি চাৰিহেজাৰ টকাৰ বিনাসুতে ঋণ আৰু শতকৰা পয়সওৰ ভাগ অংশৰ মূল্য দিয়াৰ ব্যৱস্থা হ'ল। ৰেচম আৰু বয়ন বিভাগৰ ডিৰেক্টৰজনে কলিকতাৰ এখন মাৰোৱাৰী ফাৰ্মৰপৰা পাৱাৰলুম কিনা হ'ব বুলি ৫০,০০০ টকা লয়। তেখেতৰ হাতৰপৰা গোটেই হেণ্ডলুম, পাৱাৰলুম ৰেজিষ্ট্ৰাৰ অৱ ক'অপাৰেটিভ ছচাইটিৰ হাতলৈ অহাত সেই টকা দিয়া মাৰোৱাৰীজন মোৰ ওচৰলৈ আহি তেওঁক পাৱাৰলুম কিনা অৰ্ডাৰটো দিব লাগে বুলি দাবী কৰেহি। মই ক'লো যে যদি তেওঁলোকে পাৱাৰ-লুমত মটৰ লগাই ইণ্ডাষ্ট্ৰিয়েল কলনীত বহুৱাই চলাই দেখুৱা-বলৈ গাত লয় তেতিয়া হ'লে তেখেতৰ লগত পাৱাৰলুম অনাৰ চুক্তিত উপনীত হ'ব পাৰো। মাৰোৱাৰীজনে ক'লে যে তেখেতসকলে মটৰ লগাই চলাই দেখুওৱাৰ চুক্তিবদ্ধ হ'ব নোৱাৰে, অৱশ্যে পাৱাৰলুম আনি দিব পাৰিব। মই ৰাজী নোহোৱাত তেওঁলোকে ডিৰেক্টৰ অৱ চৌৰকালচাৰ এণ্ড উইভিঙক ধৰিলেগৈ। ডিৰেক্টৰজনে মোক টেলিফোনযোগে অনুৰোধ কৰিলে যে যিহেতু তেখেতে

50,000 টকা চিকিউৰিটি লৈ এই ফাৰ্মখনৰ সৈতে পাৱাৰলুম বিনাৰ এটা বন্দবস্ত কৰিছিল, সেইকাৰণে এই ফাৰ্মখনক অৰ্ডাৰটো দিব লাগে। মই তেওঁক জনালো যে এই ফাৰ্মখনে পাৱাৰলুম আনি মটৰ লগাই চলাই দেখুৱাব নোৱাৰে গতিকে তেওঁলোকৰ লগত কোনো চুক্তিত উপনীত হ'ব নোৱাৰি।

এতিয়া সমস্যা হ'ল যে আন কোনে পাৱাৰলুম আনি চলাই দেখুৱাব পাৰিব! জানিব পাৰিলো যে গোৱালিয়ৰত বিৰলা কোম্পানীৰ পাৱাৰলুম তৈয়াৰ কৰা এটা কাৰখানা আছে আৰু তাৰপৰাই বহুতে পাৱাৰলুম আনে। গোৱালিয়ৰলৈ গৈ এবাৰ চেষ্টা কৰি অহা ভাল হ'ব বুলি ভাবি লগত এচিচটেণ্ট ৰেজিষ্ট্ৰাৰ প্ৰয়াত গুৰুপ্ৰসাদ দাসক লগত লৈ গোৱালিয়ৰ পালোগৈ। পিছদিনা পুৱা কাৰখানাটো চালোগৈ আৰু মেনেজাৰজনক লগ ধৰিলো; মেনেজাৰে একেআষাৰেই ক'লে যে পাৱাৰলুম দিব পৰা নহ'ব। আমি বৰ বিচলিত হৈ পৰিলো; তথাপি বম্বেত এবাৰ টেক্সটাইল কমিছনাৰক লগ ধৰি তেওঁৰ সহায় বিচৰাটো ভাল হ'ব বুলি ভাবি পিছদিনা বম্বেলৈ ৰাওনা হ'লো আৰু বম্বে পায়েই টেক্সটাইল কমিছনাৰক লগ ধৰিলোগৈ আৰু তেওঁৰ সহায় বিচাৰিলো। মানুহজন অতি অমায়িক আছিল। মোৰ কথাখিনিক অতি মন দি শুনি লৈ বাঙ্গা ইণ্ডাষ্ট্ৰিজ নামৰ এখন ফাৰ্মলৈ ফোন কৰি তাৰ মালিকজনক মাতি পঠালে; পাঁচমিনিটমানৰ ভিতৰতে তেওঁ আহি পালেহি। তেওঁতে পাৱাৰলুম দিবলৈ ৰাজী হ'ল; কিন্তু কলিকতাত এজন হেণ্ডলিং এজেণ্ট লাগিব, যিজনে লুমখিনিক গুৱাহাটীলৈ আনি ইণ্ডাষ্ট্ৰিয়েল কলনীত বহুৱাই চলাই দেখুৱাব পাৰিব। মই ঘূৰি গৈ কলিকতাৰপৰা জনামৰ্থে বুলি ক'লো আৰু ২৫0 খন পাৱাৰলুম ইলেক্ট্ৰিক মটৰ লগাই প্ৰস্তুত কৰি ৰাখিবলৈ

ক'লো। কলিকতালৈ আহিয়েই তাঁত সৰঞ্জামৰ মানুহৰ লগত আলোচনা কৰিলোঁহি। কোৱা বাহুল্য যে অসমৰ বয়ন শিল্পৰ কাৰণে তাঁতশাল, ৰাচ, মাকো আদি এইখন ফাৰ্মে যোগান ধৰে। এওঁলোকে অন্ততঃ ত্ৰিশখন পাৱাৰলুম ইণ্ডাষ্ট্ৰিয়েল কলনীত বহুৱাই চলাই দেখুৱাবলৈ ৰাজী হ'ল আৰু বাকী ২২০ খন ইলেক্ট্ৰিক মটৰ লগাই চলাবৰ উপযুক্ত কৰি গুৱাহাটীত আনি থ'বহি পাৰিব।

মই গুৱাহাটীলৈ ওভতি আহি টেক্সটাইল কমিচনাৰক ধন্য-বাদ দি এখন চিঠি দিলো। যথা সময়ত গুৱাহাটীৰ ইণ্ডা-ষ্ট্ৰিয়েল কলনীত ত্ৰিশখন বিজুলী তাঁত বহুওৱা হ'ল আৰু এইবিলাক পৰিচালনা কৰিবৰ কাৰণে বম্বেৰ এটা পাৱাৰলুম ফেক্টৰীত কাম কৰি থকা পাটোৱাৰী বুলি এজন অসমীয়া ডেকাক নিযুক্তি দিয়া হ'ল। এই পাৱাৰলুমবিলাকত তৈয়াৰ কৰিবৰ কাৰণে বেলেগ বেলেগ জোখৰ কাপোৰৰ কাৰণে বেলেগ বেলেগ ৰাচ অনা হ'ল। সাধাৰণতে ২৭ ইঞ্চি বহল জোখৰ বগা মাৰ্কিন, ক'লা মাৰ্কিন, সস্তীয়া আঠুৱাৰ কাপোৰ, সস্তীয়া ধুতি আদি সৰ্ব্বসাধাৰণে ব্যৱহাৰ কৰা কাপোৰ বোওৱা হ'ল। উৎপাদিত কাপোৰবিলাক এপেক্স উইভাৰক বিক্ৰী কৰিবলৈ দিয়া হ'ল আৰু অতি সোনকালে বিক্ৰী হৈ যাবলৈ ধৰিলে।

এনেদৰে কাম চলি থাকোতেই হঠাতে এদিন মই নথকাত অসমৰ শিল্প মন্ত্ৰী প্ৰয়াত কামাখ্যা প্ৰসাদ ত্ৰিপাঠীয়ে পাৱাৰ-লুমৰ ফাইলটো মোৰ অফিচৰপৰা লৈ গ'লহি। মই গৈ তেখে-তক দেখা কৰি ফাইলটো অনাৰ বিষয়ে সোধাত মোক ক'লে যে তেখেতে দিল্লীত খবৰ লৈ আহিছে যে পাৱাৰলুমে প্ৰাইভেট চেক্টৰকহে দিয়া হৈছে ক'অপাৰেটিভ চেক্টৰক দিয়া নাই; গতিকে

শিল্প বিভাগেহে পাৱাৰলুমৰ কাম চলাব। ইয়াৰ যুক্তিত তেওঁখেতে দেখুৱালে যে সমবায় সমিতিয়ে পাৱাৰলুম চলাব নোৱাৰে, যিহেতু তেওঁলোকৰ ইমান টকা নাই। তেওঁখেতৰ এনে যুক্তিত মই যৰ আচৰিত হ'লো আৰু লগে লগেই টেক্সটাইল কমিচনাৰক টেলিগ্ৰাম কৰি সুধিলো যে পাৱাৰলুম শিল্প বিভাগত থাকিবনে সমবায় বিভাগত থাকিব? তেওঁখেতৰপৰা পিছদিনাই উত্তৰ পালো যে পাৱাৰলুম সমবায় বিভাগৰ হাতত থাকিব। টেলিগ্ৰামখন ত্ৰিপাঠী ডাঙৰীয়াক মই নিজে লৈ দেখুৱালোগৈ আৰু মোৰপৰা নিয়া ফাইলটো তেওঁখেতৰপৰা ঘূৰাই আনিলো।

পাৱাৰলুমত তৈয়াৰ হোৱা কাপোৰবিলাকৰ কাৰণে কেলেণ্ডাৰিং আৰু চাইজিং মেচিনৰ দৰকাৰ হ'ল। এই দুটা মেচিনে পাৱাৰলুমত তৈয়াৰ হোৱা কাপোৰবিলাক সুন্দৰকৈ ইস্ত্ৰি কৰি ব্যৱহাৰৰ উপযোগী কৰি তোলে। এই উদ্দেশ্যে তাঁত সৰঞ্জামৰ মেনেজাৰক লৈ কলিকতাৰপৰা ২০ মাইলমান দূৰত অৱস্থিত এটা পাৱাৰলুম ফেক্টৰীত কেলেণ্ডাৰিং আৰু চাইজিং মেচিন কেনেকুৱা তাক চাই আহিলোগৈ। তাৰ পিছত কেন্দ্ৰীয় হেণ্ডলুম ব'ৰ্ডলৈ এই মেচিন দুটা কিনিবৰ কাৰণে দহলাখ টকাৰ মঞ্জুৰী বিচৰা হ'ল। ইফালে নলবাৰী, নগাঁও, গোলাঘাটৰ মানুহে পাৱাৰলুম ক'অপাৰেটিভ স্থাপন কৰি বাকী ২২০ খন পাৱাৰলুম লৈ গ'লহি। এই পাৱাৰলুমবিলাক সূতা থ'বলৈ লোৱা গুদামটোত থোৱা হৈছিল। এতিয়া মাদুৰা মিলৰ সূতাৰ প্ৰয়োজন বহুত বেছি হ'বলৈ ধৰিলে। দুখন হেণ্ডলুম ভানে গোটেই সূতা নিব নোৱাৰাত পাৱাৰলুম সমবায়বিলাকক গুৱাহাটীৰপৰা সূতা নিবলৈ কোৱা হ'ল। ইতিমধ্যে কেলেণ্ডাৰিং ও চাইজিং মেচিনৰ কাৰণে হেণ্ডলুম ব'ৰ্ডে টকা মঞ্জুৰ কৰাৰ খবৰ দিলে।

এইখিনি কাম কৰি লৈ অফিচৰ কাগজ-পত্ৰ চোৱাত মনোযোগ দিলো। অফিচৰ একাউণ্টেনজনে এদিন ৫০,০০০ টকাৰ এখন চেক ভঙাই আনিবলৈ মোৰ অনুমতি বিচাৰিলে। চেকখন বয়ন বিভাগৰ আগৰ এছিচটেণ্ট ৰেজিষ্ট্ৰাৰজনে চহী কৰি থৈছিল। এই চেকখন বহুত দিন এনেয়ে পৰি আছিল। কিয় এই চেকখন ইমান দিন পেলাই থোৱা হৈছিল এই বিষয়ে তেখেতৰ পিছত অহা এছিচটেণ্ট ৰেজিষ্ট্ৰাৰজনক সুধিলো। তেখেতে ক'লে যে অন্ধ্ৰপ্ৰদেশৰ সীতাৰামায়া বুলি এজন মানুহে দুবছৰমানৰ আগতে হেণ্ডলুমৰ কাৰণে কিছুমান আহিলা-পাতি যোগান ধৰিছিল। মানুহজন বহুত দিন নথকাত তেখেতক দিব লগা টকাখিনিৰ কাৰণে চেকখন লিখা হৈছিল। এছিচটেণ্ট ৰেজিষ্ট্ৰাৰ-জনে ক'লে যে মানুহজনে এতিয়া টকাটো নিবলৈ আহিছে, গতিকে টকাটো দি দিব লাগে। মই সুধিলো যে সেই মানুহজনে কি কি আহিলা-পাতি ক'ত ক'ত দিলে আৰু তেখেতে দিয়া বিলখনৰ সৈতে মোক সকলো আনিবলৈ দিব লাগে। আচৰিত কথা পিছদিনা এছিচটেণ্ট ৰেজিষ্ট্ৰাৰজনে সেই মানুহজন মোৰ ওচৰলৈ আনি চেক্খনৰ টকাটো বেংকৰপৰা আনি দিবলৈ অনুৰোধ কৰিবলৈহি। চেক্খন লিখি থোৱা মানে সকলো বস্তু যোগান ধৰাৰ প্ৰমাণ। মই এই কথাত ৰাজী নহ'লো আৰু ক'লো যে মই এই বিষয়ে অনুসন্ধান নকৰাকৈ টকা দিব নোৱাৰিম। তেখেতে একো নকৈ ওভতি গ'ল। পিছদিনা মই গুৱাহাটীলৈ যাব লগা হ'ল। মই নথকাৰ সুবিধা লৈ এছিচটেণ্ট ৰেজিষ্ট্ৰাৰজনে ৰেজিষ্ট্ৰাৰ চাহাবৰ ওচৰলৈ মানুহজন লৈ গৈ তেওঁক ৫০,০০০ টকাৰ চেকখন ভঙাই টকাটো দিবলৈ হুকুম কৰাই আনিলে। পিছদিনা পুৱাতে মই গুৱাহাটীৰপৰা ঘূৰি পাই অফিচলৈ

আহি গম পালো যে সেই চেক্‌খন ৰেজিষ্ট্ৰাৰৰ হুকুম সাপেক্ষে বেংকত ভঙাবলৈ পঠাইছে, কিন্তু টকা আহি পোৱাহি নাই। মই বৰ আচৰিত হ'লো আৰু এইটো এটা দুৰ্নীতিমূলক অভিসন্ধি বুলি অনুমান কৰি বেংকলৈ টেলিফোন কৰি চেক্‌খন ঘূৰাই পঠাবলৈ অনুৰোধ কৰিলো। সেইমতে বেংকে চেক্ নিয়া মানুহজনৰ হাতত চেকখন ঘূৰাই পঠালে। তাৰ পিছত ৰেজিষ্ট্ৰাৰলৈ লিখিলো যে মই বেংকলৈ ফোন কৰি চেক্‌খন ঘূৰাই আনিলো, কাৰণ এই মানুহজনৰ বস্তু যোগান ধৰাৰ কোনো দিল নাই আৰু 'ডিৰেক্টৰ অৱ্ চেৰিকালচাৰ এণ্ড উইভিংৰ বা এছিষ্টেণ্ট ৰেজিষ্ট্ৰাৰজনৰ কোনো অৰ্ডাৰ বা তলৰ কৰ্ম্মচাৰীসকলৰ কোনো ৰিপৰ্ট নাই, গতিকে মই ভাবো যে এই মানুহজনে কি সূত্ৰত পঞ্চাশ হাজাৰ টকা পায় তাৰ এটা উচিত তদন্ত নোহোৱালৈকে তেওঁক টকা দিব নালাগিব। মোৰ চিঠিখন পাই ৰেজিষ্ট্ৰাৰে তদন্ত কৰাই লৈহে টকা দিব লাগে বুলি লিখি পঠালে। মানুহজন গ'লগৈ। তদন্ত কৰি দুটা এটা বস্তু ক'ৰবাত পাব পৰা বুলি ৰিপৰ্ট আহিল আৰু সেইবিলাকো কামৰ নহয়। তাৰ পিছত মানুহজন অন্তৰ্ধান হ'ল আৰু টকা বিচাৰি নাহিল।

তাৰ পিছত মোৰ বিপক্ষে 'কক্ৰুমান ষড়যন্ত্ৰ চলাবলৈ ধৰিলে; যেনে, মই পাৰাবলুম বহুৱাই তাঁত সৰঞ্জামৰপৰা বহুত টকা খাইছো বুলি ৰেজিষ্ট্ৰাৰলৈ বেনামী চিঠি গ'ল। ৰেজিষ্ট্ৰাৰে গোপনে এ, জি, লৈ এই বিষয়ে এটা অনুসন্ধান কৰিবলৈ লিখিলে। এদিন মই অফিচত বহি থাকোতেই ডেপুটি একাউণ্টেণ্ট জেনেৰেলজন মোৰ অফিচলৈ হিচাপ-পত্ৰ চাবলৈ আহিল। সেইদিনা মোৰ একাউণ্টেণ্টজন ছুটীত আছিল আৰু সকলো হিচাপৰ

কাগজ-পত্ৰ তেওঁৰ আলমাৰিত তলা লগাই ভৰাই থৈ গ'ল। এনে হোৱাত এ জি. ৰ সন্দেহ দুগুণে বাঢ়িল আৰু মিস্ত্ৰি আনি আলমাৰিটো ভঙাই কাগজ উলিয়াই চাবলৈ মন কৰিলে। তেতিয়া মই তেখেতৰ গাড়ীখন খুজি লৈ মোৰ অফিচৰ একাউণ্টেটজনক বিচাৰি গাড়ীত উঠাই লৈ আহিবলৈ অফিচ পিয়ন এজন পঠালো। পিয়নজনে মানুহজনক ঘৰতে পাই গাড়ীত উঠাই লৈ আহিল। আহি পোৱাৰ লগে লগে আলমাৰি খোলালে আৰু সকলো কাগজ-পত্ৰ চালে। আগতে উল্লেখ কৰা মানুহজনৰ পঞ্চাশ হাজাৰ টকাৰ চেক্‌খনো পৰীক্ষা কৰি চালে। ইয়াৰ বাহিৰেও পাবাবলুৰ সংক্ৰান্তৰ সকলো কাগজ-পত্ৰ তন্ন-তন্নকৈ চালে। তেখেতে কাগজ-পত্ৰবিলাক চাই উঠি মোক প্ৰশংসা কৰিলে আৰু গভৰ্ণমেণ্টলৈ লিখিলে যে আগতে হৈ থকা দুৰ্নীতিবিলাক এতিয়া মষিমূৰ হ'বলৈ ধৰিছে আৰু এই সকলোবিলাক অভিযোগ ষড়যন্ত্ৰমূলক।

ষড়যন্ত্ৰ কৰাসকল কিন্তু ইমানতে ক্ষান্ত নহ'ল। চিলঙৰপৰা প্ৰকাশিত "ডেমক্ৰেটিক ৰিভিউ" নামৰ খবৰ কাগজত তেওঁলোকে এটা বাৰ্তাৰ পৰিবেশন কৰিলে যে মই মোৰ এজন পিয়ন যোৰহাটত ৰাখি ঘৰৰ কাম-কাজ কৰাওঁ আৰু এজন চিলঙত থাকে। এই লেখাটো মুখ্যমন্ত্ৰীৰ নজৰলৈ আনোৱা হ'ল আৰু তেখেতে ৰেজিষ্ট্ৰাৰক তদন্ত কৰি তেখেতলৈ ৰিপ'ৰ্ট পঠাবলৈ ক'লে। কথাটো হ'ল—মোৰ সোমেশ্বৰ নামে পিয়নজন দেউতাকৰ টান নৰিয়া বুলি ছুটী লৈ যোৰহাটলৈ আহিছিল। এই কথাটোৱে সুবিধা লৈ জইণ্ট ৰেজিষ্ট্ৰাৰকে আদি কৰি আন বহুতে মোক ফান্দত পেলাবলৈ খাপ ল'লে। মই টেলিগ্ৰাম কৰি সোমেশ্বৰক মতাই আনিলো আৰু তদন্তত সি দেউতাকৰ বেমাৰৰ কাৰণে ছুটী লৈ যোৱা বুলি ক'লে। সি যে চিলঙত থাকে

তাৰ প্ৰমাণ চাবলৈ দৰ্মহা লোৱা বাঁহ জনতাৰকৈ চালে। পুলিচে আসামীক জেৰা কৰাৰ দৰে ৰেজিষ্ট্ৰাৰ অফিচৰ চুপাৰিণটেনডেণ্টজনে জেৰা কৰি পিয়নজন ফুটীত যোৱাটো সত্য বুলি মুখ্যমন্ত্ৰীলৈ ৰিপ'ৰ্ট পঠালে আৰু সকলো ষড়যন্ত্ৰৰ ওৰ পৰিল।

ইতিমধ্যে সমবায় আন্দোলনৰ কাম ক্ষিপ্ৰ গতিত চলিবৰ কাৰণে প্ৰতি দুখন বা তিনিখন জিলাৰ বাবে একোজন ডেপুটি ৰেজিষ্ট্ৰাৰ দিবলৈ গভৰ্ণমেণ্টে স্থিৰ কৰিলে। মোৰ কাৰণে ঘৰলৈ আহিবৰ এইটো এটা সুযোগ যদিও হেণ্ডলুম ও পাৱাৰলুমৰ কামবোৰ নিয়াৰিকৈ পাতি লোৱাৰ পিছত এৰি আহিবলৈ টানো পাইছিলো। ৰেজিষ্ট্ৰাৰ চাহাব আৰু সমবায় ডেপুটি মিনিষ্টাৰ শ্ৰীযুত শৰ্ম্মাই মোক হেণ্ডলুমৰপৰা আঁতৰাব খুজিছিল। মোৰ মাত্ৰ আৰু দুবছৰহে চাকৰি আছিল, গতিকে তেখেতসকলক ধৰকৈ ধৰাত মোক যোৰহাটলৈ ডেপুটি ৰেজিষ্ট্ৰাৰৰ এটা জ'নেল অফিচ পাতিবৰ কাৰণে পঠালে।

—০—

# সপ্তদশ অধ্যায়

যথা সময়ত যোৰহাটত আহি কামৰ ভাৰ ল'লোঁহি। মই যোৰহাট পোৱাৰ আগে আগে ক্ষিপ্ৰ গতিত কাম চলাবৰ কাৰণে যোৰহাটৰ এছিচ্টেণ্ট ৰেজিষ্ট্ৰাৰলৈ এখন নতুন জীপ গাড়ী পঠাইছিল। মই গৈ পোৱাৰ লগে লগে এছিচটেণ্ট ৰেজিষ্ট্ৰাৰে গাড়ীখন মোক চমজাই দিয়ে। প্ৰয়াত নীলমণি ফুকন ডাঙৰীয়া সেইসময়ত যোৰহাট চেণ্ট্ৰেল বেংকৰ চেয়াৰমেন আছিল; মই যোৰহাটলৈ পুনৰ ওভতি যোৱাত তেখেতে প্ৰমাদ গণিলে। এই নতুন জীপ গাড়ীখন যথাৰ্থতে তেখেতেই এছিচ্টেণ্ট ৰেজিষ্ট্ৰাৰৰ সহায়ত ব্যৱহাৰ কৰি আছিল, থিতকে জীপখন মোৰ হাতলৈ অহাত তেখেতৰ মেলেৰীয়াটিক ঘূৰি ফুৰাত বৰ অসুবিধা হ'ল। এদিন তেখেতে মোৰ অফিচলৈ আহি মোক ক'লে যে এছিচটেণ্ট ৰেজিষ্ট্ৰাৰৰ জীপখন মই কাঢ়ি আনিব নালাগিছিল। মই ক'লো যে এই বিভাগীয় কৰ্ম্মচাৰীক দিয়া গাড়ীখন যাতে আপুনি যেনে-তেনে নি থাকিব নোৱাৰে তাৰ কাৰণে এই ব্যৱস্থা কৰা হৈছে। তেখেত খণ্ডত একো নাই হৈ মোৰ ওচৰৰপৰা আঁতৰি গ'ল।

মই এছিচটেণ্ট ৰেজিষ্ট্ৰাৰ হৈ থাকোতেই সঙ্ঘ ঘৰটোৰ কথা আগতে কৈ আহিছো। এতিয়া এই ঘৰত যোৰহাট চেণ্ট্ৰেল বেংক, লেণ্ড মৰ্টগেজৰ শাখা অফিচ, সমবায় ইউনিয়নৰ শাখা অফিচ আৰু সমবায় মিল্ক ইউনিয়নৰ অফিচ চলিছিল। প্ৰয়াত ফুকন ডাঙৰীয়া এই আটাইবিলাকৰে সভাপতি আছিল ইয়াৰ

বাহিৰেও যোৰহাটৰ সমবায় লিকুইডেটৰৰ অফিচটোও ইয়াতে আছিল। ইতিমধ্যে মই স্বৰ্গীয় প্ৰসন্ন বৰুৱাৰপৰা লোৱা তিনি বিঘা মাটিত সজা মিল্ক ইউনিয়নৰ ঘৰটো সম্পূৰ্ণ হ'ল; কিন্তু তালৈ মিল্ক ইউনিয়নৰ অফিচটো নিয়া নাই। মই পিছে এই অফিচটো নতুন ঘৰলৈ নিয়াই তাত মোৰ অফিচ বহুৱালো। মই যোৰহাট পোৱাৰ এবছৰ মানৰ আগতে ৰিজাৰ্ভ বেংক অব্ ইণ্ডিয়াই সমবায় ভিত্তিত কুঁহিয়াৰ খেতি কৰিবৰ কাৰণে বিশ লাখ টকাৰ ঋণ যোৰহাট চেণ্ট্ৰেল বেংকত দিছিল যাতে বৰুৱা বামুণ গাঁৱৰ চেনিৰ কলত কুঁহিয়াৰৰ নাটনি নহয়। এই টকা কিছুমান কৃষিপাম সমবায় সমিতি খুলি, চৰকাৰী মাটিত কুঁহিয়াৰ খেতি কৰি, উৎপাদিত কুঁহিয়াৰ চেনি কলত যোগান ধৰিবলৈ বন্দবস্ত কৰা হ'ল। এনে এখন কৃষিপাম সমবায় সমিতি যোৰহাট মহকুমাত আৰু বাকীবিলাক গোলাঘাট মহকুমাত পতা হ'ল। প্ৰতিখনকে এক দুই লাখ টকাকৈ যোৰহাট চেণ্ট্ৰেল বেংকে উপৰোক্ত বিশ লাখ টকাৰপৰা ধাৰে দিছিল। সমবায় বিভাগৰ ৰেজিষ্ট্ৰাৰ আৰু সচিবে মুখ্যমন্ত্ৰী প্ৰয়াত বিমলা প্ৰসাদ চলিহাৰ আদেশত মিঃ লিণ্ডো নামে এজন খাচীয়া ভদ্ৰলোকৰপৰা কেইখনমান ট্ৰাক কুঁহিয়াৰ অনা-নিয়া কৰিবৰ কাৰণে চেনি কললৈ পঠায়। বিধিৰ বিপাক চেণ্ট্ৰেল বেংকে দিয়া সৰহ সংখ্যক টকা আৰু চৰকাৰে পঠোৱা ট্ৰাককেইখনৰ একো কাম নহ'ল, গোটেই টকা দুৰ্নীতিত লয় পালে।

মই কামৰ ভাৰ লৈয়ে এই কুঁহিয়াৰ কামবিলাক পৰিদৰ্শন কৰাই সকলো খবৰ ৰিজাৰ্ভ বেংক অব্ ইণ্ডিয়াক জানিবলৈ দিলো। ৰিজাৰ্ভ বেংকৰ ডেপুটি গভৰ্ণৰ আহি চেনি কল পৰিদৰ্শন কৰি গ'লহি। তেখেত যে মিঃ ভিদে, আই. চি. এছ,

কেন্দ্ৰীয় চৰকাৰৰ সমবায় সচিবক যোৰহাটলৈ পঠায়। তেখেতে যোৰহাট কেন্দ্ৰীয় বেংক পৰিদৰ্শন কৰি প্ৰয়াত ফুকনক জগৰীয়া কৰি যায়হি, যিহেতু ৰিজাৰ্ভ বেংকৰ টকাখিনিৰে কুঁহিয়াৰ উৎপাদন কৰি চেনিৰ কলত যোগান দি বেংকৰ ধাৰ পৰিশোধ কৰাৰ কোনো ব্যৱস্থা লোৱাৰ প্ৰমাণ নাপালে। ছিলঙৰপৰা অনা বাৰমখন ট্ৰাক সম্পূৰ্ণ অচল হৈ টকা ধাৰে দিয়া কৃষি পাম সমবায়বিলাকত মৰা হাতী পৰি থকাৰ দৰে পৰি থাকিল; থাছীয়া ভদ্ৰলোকজনৰ সমূলঞ্চে লোকচান হ'ল। ৰেজিষ্ট্ৰাৰ আৰু সমবায় সচিব দুয়োজনে মোলৈ টেলিফোন কৰিলে যে যেনে-তেনে কিছু টকা সংগ্ৰহ কৰি এই ভদ্ৰলোকজনক দিয়াৰ দিহা কৰিব লাগে। মই ভাবি-চিন্তি এটা উপায় উলিয়ালো। নৱজ্যোতি নামৰ কৃষিপামখন বাকীবিলাকতকৈ কিছু ভাল। সেইখন আৰু উন্নত কৰিবৰ কাৰণে চেনি কলৰ মেনেজিং ডাইৰেক্টৰক দায়িত্ব দিয়া হ'ল। প্ৰথমে তেখেতৰ হাতত একলাখ টকা দি সমিতিখনৰ কাম হাতত ল'বলৈ বিবেচনা কৰা হ'ল; কিন্তু এক লাখ টকা যোৰহাট কেন্দ্ৰীয় বেংকৰপৰা চেনি কলত দিবলৈ প্ৰয়াত চেয়াৰমেন ফুকন ডাঙৰীয়া কোনো পধ্যে সন্মত নহয়, গতিকে চেনি কলৰ চেয়াৰমেন স্বৰ্গীয় প্ৰসন্ন বৰুৱাৰ লগত কথাটো আলোচনা কৰা হ'ল। তেখেতে ফুকনক ধৰি-মেলি একলাখ টকা চেনি কললৈ আনি তাৰে পঞ্চাশ হাজাৰ টকা থাছীয়া ভদ্ৰলোকজনলৈ পঠালে। ইয়াকে নকৰা হ'লে গৱৰ্ণমেণ্ট বৰ ডাঙৰ সমস্যাত পৰিলেহেঁতেন। এই অৱস্থাতে মই কামৰপৰা অৱসৰ ল'লো; পিছত কি হ'ল একো জনা নগ'ল। এই সংক্ৰান্তৰ এটা কথা আগতে উল্লেখ কৰা নহ'ল; কথাটো হ'ল, প্ৰয়াত নীলমণি ফুকন ডাঙৰীয়াই মেলে-মিটিঙে যাবৰ কাৰণে প্ৰায়ে যোৰহাটত থকা জীপ গাড়ীখন বিচাৰেহি;

মই বৰ সমস্যাত পৰিলো। এদিন চেণ্ট্ৰেল বেংকৰ মিটিঙত এটা প্ৰস্তাৱ লৈ তেখেতক এখন জীপ গাড়ী কিনি দিয়া হ'ল যাতে চেণ্ট্ৰেল বেংকে ধাৰলৈ দিয়া টকাবিলাক ক্ষিপ্ৰ গতিত আদায় কৰিব পৰা হয়।

মই যোৰহাটত এছিচ্টেণ্ট ৰেজিষ্ট্ৰাৰ হৈ থাকোতে যোৰহাট মিল্ক ইউনিয়ন আৰু মালৌ গাখীৰ উৎপাদন সমিতিৰ কাম আধা কৰা হৈয়ে পৰি থাকিল; হোৱাৰ ভিতৰত মাত্ৰ মিল্ক ইউনিয়নৰ ঘৰটো কোনোমতে হোৱাদিহে হ'ল। এতিয়া আধা কৰি থোৱা কামটো সম্পূৰ্ণ কৰিবলৈ চেষ্টা কৰিলো। পেষ্টিউৰাইজেচন প্লেণ্টটো সেইদৰেই এছিচ্টেণ্ট ৰেজিষ্ট্ৰাৰৰ অফিচ কমতে পৰি থকা পালোঁহি আৰু ইয়াক চলাবৰ কাৰণে যিটো বইলাৰ লাগে সেইটো অনাৰ কোনো যো-জা কৰা হোৱা নাছিল। বইলাৰটো সোনকালে পঠাই দিবলৈ প্লেণ্টটো পঠোৱা কোম্পানীটোলৈ লিখা হ'ল; কিন্তু কোনো উত্তৰ নাই। ৰেজিষ্ট্ৰাৰলৈকো এই বিষয়ে লিখা হ'ল; কিন্তু কোনো উত্তৰ নাই।

এনেতে এদিন সমবায় সচিবৰপৰা এখন চিঠি পালো যে এঘাৰজনী ম'হ আৰু সোতৰজনী হাবিয়ানা গাই প্ৰত্যেকেই দহ বাৰ লিটাৰকৈ গাখীৰ দিয়ে আৰু প্ৰতিজনীৰ দাম ৫/৬ হাজাৰ টকা হ'ব। যদি যোৰহাটৰ মিল্ক ইউনিয়নে ইচ্ছা কৰে, তেন্তে পঞ্জাবৰ হিচাৰ জিলাৰপৰা এইবিলাক অনাৰ বন্দবস্ত কৰি দিব পৰা হ'ব। চিঠিখন পাই মই প্ৰয়াত নীলমণি ফুকন ডাঙৰীয়াৰ ওচৰ পালোগৈ; তেখেতে একেষাটেই এইবিলাক আনিব নালাগে বুলি ক'লে। মই ক'লো যিহেতু গৱৰ্ণমেণ্টে এইবিলাক কিনিবৰ কাৰণে দান হিচাপেই পঞ্চাচ হাজাৰ টকা মিল্ক ইউনিয়নক দি থৈছে, সিহেতু গৱৰ্ণমেণ্টে বন্দবস্ত কৰি দিয়া গৰু-ম'হবিলাক অনাত তেখেতৰ আপত্তি আছেনেকি।

তাৰোপৰি এইবিলাক নানিলে মিল্ক ইউনিয়ন কেনেদৰে চলিব ? মই পুনৰ তেখেতক ক'লো যে তেখেতৰ মতেই মত হ'ব নোৱাৰে ; মিল্ক ইউনিয়নৰ কাৰ্য্যকৰী সমিতিয়ে কথাটো চয়-নিচয় কৰিব লাগিব। এই বুলি কোৱাত ফুকন ডাঙৰীয়া পোনছাতেই ছিলঙলৈ বাওনা হ'ল আৰু গৰু-মহবিলাক আনিব নালাগে বুলি গভৰ্ণমেণ্টৰ ওচৰত আপত্তি দৰ্শালেগৈ। জনামতে গভৰ্ণমেণ্টৰফালৰপৰা তেখেতক বহুত কটু কথা শুনালে আৰু গৰু-মহখিনি আনিবই লাগিব বুলি ক'লে। পশুপালন বিভাগে নন্দেশ্বৰ বুলি এজন ভদ্ৰলোকক পঠাই গৰু-ম'হকেইজনী মালো গাখীৰ উৎপাদন সমবায় সমিতিলৈ অনোৱা হ'ল। গৰু-ম'হ-বিলাক আহি পোৱাৰ লগে লগেই এইবিলাকক ৰখা ও ঘাঁহ-পানীৰ ব্যৱস্থা কৰিব লগা হ'ল। এজন সমবায় বিভাগৰ কৰ্ম্মচাৰীক এইবিলাক চোৱা-চিতা কৰিবৰ কাৰণে নিযুক্তি দিয়া হ'ল। গভৰ্ণমেণ্টে মালো ফাৰ্মক যি দুশ বিঘা মাটি দি থৈছিল তাৰে এশ বিঘাত ঘাঁহ গজাবলৈ স্থিৰ কৰা হ'ল। থগৰীয়া-পৰ্ব্বতীয়া-টিলিকিআম সমবায় কৃষিপামখন ফুকন ডাঙৰীয়াৰ তত্বাৱধানত আছিল ; তালৈ দহ হাজাৰ টকা মূল্যৰ এখন ট্ৰেক্টৰ অনা হৈছিল। সেই ট্ৰেক্টৰখন আনিবলৈ পঠোৱাত ট্ৰেক্টৰখন বিক্ৰী কৰা হ'ল বুলি সম্পাদকজনে ক'লে। ট্ৰেক্টৰ-খন দহ হাজাৰ টকাত বিক্ৰী কৰি সম্পাদকে নিজে টকাটো আত্মসাৎ কৰিলে আৰু টকা আদায় পোৱা ৰচিদ বহীখনৰ পাতখন ফালি হিচাপ পৰীক্ষকৰ চকুত ধূলি মৰাৰ আঁচনি কৰিছিল। কথাটো প্ৰকাশ হৈ যোৱাত ফুকন ডাঙৰীয়াই বিক্ৰী কৰা মানুহজনৰপৰা ট্ৰেক্টৰখন ঘূৰাই আনি মালোত দিলেহি। সম্পাদকজনক পুলিচত দিয়া হৈছিল ; কিন্তু ফুকন ডাঙৰীয়াই

ছিলঙলৈ গৈ চৰকাৰৰ হতুৱাই মোকৰ্দ্দমাটো উঠোৱাই লোৱালে।

ইতিমধ্যে গভৰ্ণমেণ্টে যোৰহাটৰ এছিচটেণ্ট ৰেজিষ্ট্ৰাৰলৈ পঞ্চাছ হাজাৰ টকাৰ এটা অনুদান পঠালে। এই টকাৰে মালৌ সমবায় সমিতিত গৰু-ম'হঁবিলাক বান্ধিবৰ কাৰণে ঘৰ আৰু অন্যান্য আৱশ্যকীয় আচবাব ল'বলৈ নিৰ্দ্দেশ দিলে। অতি ক্ষিপ্ৰ গতিত ঘাঁহ গজোৱাত উঠি-পৰি লাগিলো। কলীয়া-পানী চৰকাৰী ফাৰ্মৰপৰা উৎকৃষ্ট জাতৰ ঘাঁহৰ সঁচ আনি এশবিঘা মাটিত ট্ৰেক্টৰ লগাই সিঁচি দিয়া হ'ল। ঘাঁহ যাতে মানে ৰৰ্‌ভেটাৰ ওচৰৰ বাগান এখনৰপৰা ঘাঁহ কটাই অনোৱা হ'ল। ফকনৰ খাত ফাৰ্মিং ছচাইটিৰপৰা জীপৰ ট্ৰেইলৰত খেৰ অনা হ'ল। মিল্ক ইউনিয়নৰ মেনেজাৰক মিল্ক ইউনিয়নৰ খৰ-চত ভঁচি কিনি মালৌলৈ পঠাবলৈ কোৱা হ'ল আৰু নতুনকৈ অহা গৰু-ম'হবোৰৰ গাখীৰ মিল্ক ইউনিয়নলৈ পঠাই নগৰৰ মানুহক বটলত ভৰাই বেচিবলৈ নিৰ্দ্দেশ দিয়া হ'ল। এইদৰেই এমাহমান চলিল। এনেতে মালৌ সমবায় সমিতিত এখন বিশেষ সাধাৰণ সভা পতা হ'ল। ঘটনাক্ৰমে সেইদিনা সমবায় বিভাগৰ সচিব মালৌ সমবায় পৰিদৰ্শন কৰিবলৈ আহক; তেখেতেও মিটিঙতে ৰহিল। ফকন ভাণ্ডাৰীয়াকে সেইদিনাৰ মিটিঙত সভা-পতি পতা হ'ল। মিটিঙত সম্পাদকজনক সোধা হ'ল যে দৈনিক কিমান গাখীৰ ওলায় আৰু সেই গাখীৰ ক'ত বিক্ৰী কৰা হয়? সম্পাদকে ক'লে যে দৈনিক ৬/৭ মোন গাখীৰ ওলায় আৰু এই গাখীৰ যোৰহাটৰ মিঠাইৱালাক বাকী কৰি বিক্ৰী কৰা হয়। কাৰ আদেশত বাকীকৈ গাখীৰ বিক্ৰী কৰা হয় বুলি প্ৰশ্ন কৰাত মিল্ক ইউনিয়নৰ সভাপতি ফকন ভাণ্ডাৰীয়াৰ নিৰ্দ্দেশত এনে কৰা হয় বুলি ক'লে। ফকন ভাণ্ডাৰীয়াই ক'লে যে তেওঁ

ৰত ইমানবিলাক গাখীৰ বিক্ৰী কৰিবলৈ গ্ৰাহক নোহোৱাত এনে কৰা হৈছে। সভাৰ সকলোৱে তেখেতক গৰিহণা দিলে আৰু গোটেইখিনি গাখীৰ মিল্ক ইউনিয়নলৈ পঠোৱাৰ ব্যৱস্থা কৰা হ'ল আৰু কেৱল ৰেজিষ্টাৰ্ড গ্ৰাহককহে আধা লিটাৰকৈ গাখীৰ দিয়াৰ ব্যৱস্থা কৰা হ'ল। এই ব্যৱস্থা লোৱাৰ পিছত মালৌ সমবায় সমিতিৰ সম্পাদক, চেয়াৰমেন আদিয়ে গৰু-ম'হ-বিলাক যৰ অৱহেলা কৰিবলৈ ধৰিলে আৰু ঘাঁহ-পানীৰ অভাৱত সিঁহঁতবিলাক শুকাই-ক্ষীণাই যাবলৈ ধৰিলে। গৰু-ম'হবোৰ আহি পোৱাৰ লগে লগেই ইন্সুৰেন্স কৰা হৈছিল।

এদিন এছিচটেণ্ট ৰেজিষ্ট্ৰাৰক লগত লৈ ঘৰবিলাক সজাৰ কাম কিমান আগবাঢ়িছে চাবলৈ গ'লো আৰু দেখিলো যে ঘৰ সম্পূৰ্ণ হ'বলৈ অন্ততঃ দুমাহ লাগিব। ইফালে ভাল প্ৰতিপাল নোহোৱাত গৰু-ম'হবিলাক ক্ষীণাবলৈ ধৰিলে। এদিন বৰভেটাৰ ওচৰৰ বাগানখনৰপৰা ঘাঁহ আনিবলৈ যাওঁতে দেখা পালো যে কৃষি বিশ্ববিদ্যালয়ৰ কেম্পাচৰ ভিতৰত কিছুমান সৰু-ডাঙৰ ঘৰ সাজিব লাগিছে। ঘৰ সজা প্ৰায় সম্পূৰ্ণ হওঁ হওঁ হৈছে। সেইবিলাক কিহৰ ঘৰ তাৰ মানুহক সোধাত গৰু-ম'হ ৰাখিবলৈ সজা হৈছে বুলি ক'লে। কৃষি বিশ্ববিদ্যালয়ৰ অধ্যক্ষক লগ ধৰি সুধিলো যে কেইদিনমানৰ কাৰণে ঘৰকেইটা আমাক ব্যৱহাৰ কৰিবলৈ দিব পাৰিবনে? তেখেতে ক'লে যে ঘৰবিলাক গড়কাপ্তানী বিভাগে চমজাই দিলেহে তেখেতে এই বিষয়ে ক'ব পাৰিব। খবৰ কৰি জানিলো যে স্বৰ্গীয় বিৰাজ মোহন চক্ৰবৰ্ত্তী চুপাৰিণটেণ্ডিং ইঞ্জিনিয়াৰেহে এই বিষয়ে ক'ব পাৰিব। মুঠি আহি তেখেতৰ ওচৰ পালোগৈ আৰু সকলো কথা ভাঙি-পাতি কোৱাত তেখেত ৰাজী হ'ল আৰু ক'লে মালৌত ঘৰ-দুৱাৰ

সম্পূৰ্ণ নোহোৱা পৰ্য্যন্ত গৰু-ম'হবিলাক আনি তেখেতে সাজি থকা ঘৰবিলাকত ৰাখিব পাৰিব। লগে লগে তেখেতে গৰু-মহ-বিলাকক পানী খুউৱা, গা ধুউৱা আদি সকলো সুবিধা কৰাই দিলে। তাৰ পিছত এছিচটেণ্ট ৰেজিষ্ট্ৰাৰক লগত লৈ মালোলৈ গ'লো। তাত এখন কাৰ্য্যকৰী সমিতি বহুৱাই গৰু-ম'হবিলাক কিছুদিনৰ কাৰণে বৰভেটাৰ কৃষি বিশ্ববিদ্যালয়ৰ নতুনকৈ সজা ঘৰবিলাকত ৰাখিবলৈ প্ৰস্তাৱ কৰা হ'ল। সেইমতে দুখন ট্ৰাক ভাৰা কৰি গৰু-ম'হবিলাক বৰভেটালৈ অনাৰ ব্যৱস্থা কৰা হ'ল।

পিছদিনা এছিচটেণ্ট ৰেজিষ্ট্ৰাৰক লগত লৈ মালোলৈ গৈ গৰু-ম'হ-বিলাক ট্ৰাকত উঠাই আমি জীপ লৈ পাছে পাছে আহিবলৈ ধৰিলো এই কামটোত মালোৰ কৰ্ম্মকৰ্ত্তাসকলে পেটে পেটে বৰ বেয়া পাইছিল, কিয়নো তেওঁলোকে সমবায়খন ভাঙি দুশবিঘা মাটি নিজৰ ভিতৰত ভগাই লোৱাৰ মতলবত আছিল ; গতিকে গৰু-মহ-বিলাক ট্ৰাকত তোলোতে ৰাতি আঠমান বাজিল। কেইমাইলমান যোৱাৰ পিছতে বাটত কিছুমান মানুহে আগভেটি ধৰিলে আৰু গৰু-ম'হবিলাক নিয়াত বাধা দিলে। আমি মানুহবিলাকক অনেক বুজাই সৈমান কৰিব নোৱাৰি শেষত পুলিচ আনিম বুলি কোৱাত মালো সমবায় সমিতিৰ সভাপতিজন হঠাৎ আবিৰ্ভাব হৈ মানুহবিলাকক দাবী-ধমকি দি খেদাই পঠালে। আমি তেখেতক বৰভেটালৈকে ট্ৰাকত উঠাই পঠাই দিলো। ৰাতি বাৰ বজাত কৃষি বিশ্ববিদ্যালয়ৰ কেম্পাচ পালোগৈ। তাত স্বৰ্গীয় চক্ৰবৰ্ত্তীয়ে তেখেতৰ কৰ্ম্মচাৰীকেইজনমানক গৰু-মহবিলাক চাবলৈ ল'বৰ কাৰণে ৰাখিলে।

পিছদিনা পুৱাই দুজন সমবায় কৰ্ম্মচাৰীক মকদ্দমা কৰি নিৰ্দ্দেশ দিলো যে এজনে গাখীৰ কীয়োৱাই যোৰহাট নিব

ইউনিয়ন অফিচলৈ পঠাব আৰু আনজনে গাখীৰবিলাক বটলত ভৰোৱাই গ্ৰাহকক দিয়াব। কলীয়াপানীৰ কিছু গাখীৰ মিল্ক ইউনিয়নলৈ পঠাবলৈ আৰম্ভ কৰিলে। এইদৰেই গৰু-ম'হখিনিক ৰক্ষা কৰা হ'ল আৰু যোৰহাটৰ মানুহে খাঁটি গাখীৰৰ সোৱাদকণ পালে।

মই যোৰহাটত ডেপুটি ৰেজিষ্ট্ৰাৰৰ কামৰ ভাৰ লোৱাৰ আগতে মালো সমবায় সমিতিয়ে চৰকাৰৰপৰা কিছুমান টিনপাত পাইছিল; কিন্তু এইবিলাক আগৰ সম্পাদকজনে ক'ৰবাত বিক্ৰী কৰি টকা খোৱাৰ প্ৰমাণ পোৱাত তেওঁক পুলিচত দিয়াৰ কথা হ'ল। প্ৰয়াত নীলমণি ফুকনে টিনপাতখিনি ঘূৰাই আনি দিম বুলি কোৱাত মানুহজনক পুলিচত দিয়া নহ'ল; কিন্তু মই অবসৰ লোৱা দিনলৈকে টিনপাত ওভতি নাহিল।

এদিন যোৰহাট চেণ্ট্ৰেল বেংকৰ মিটিঙত ফুকন ডাঙৰীয়াই তেখেতে মাজুলীৰ এখন সমবায় সমিতিক ত্ৰিশহাজাৰ টকা সবি-স্নহ খেতিৰ কাৰণে দিবলৈ প্ৰস্তাৱ কৰিলে। তেতিয়া পুহমাহ আছিল; মই জিলাৰ কৃষি বিষয়াজনক সুধিলো যে পুহমহীয়া সৰিয়হ খেতি কৰে নেকি? তেখেতে ক'লে যে সৰিয়হ খেতি আহিন-কাতিতেই কৰিব লাগে, এতিয়া নকৰে। ফুকনে ক'লে যে তেখেতে ত্ৰিশহাজাৰ টকা দিম বুলি প্ৰতিশ্ৰুতি দিয়াত সৰি-য়হ খেতি সময়মতে কৰিলেই, এতিয়া টকাটোহে দিব লাগে। মই ক'লো এজন সমবায়ৰ কৰ্ম্মচাৰীৰ লগত চেণ্ট্ৰেল বেংকৰ চুপাৰ-ভাইজাৰ এজন গৈ সৰিয়হ খেতি চাই আহি ৰিপ'ৰ্ট দিয়াৰ পিছতহে টকা দিব পৰা হ'ব। ফুকনে বহুত তৰ্ক কৰিলে; কিন্তু বাকীবিলাক সভ্যসকলেও মোৰ কথাতে হয়ভৰ দি টকা দিয়াটো স্থগিত ৰাখিলে। মই অৱসৰ লোৱা দিনলৈকে প্ৰায়

এবছৰ দিন ধৰি এই বিষয়ে কোনো ৰিপ'ৰ্ট নাহিল আৰু টকাও ল'ব নোৱাৰিলে। প্ৰয়াত ফুকন ডাঙৰীয়াৰ আৰু এটা কাণ্ড বিভাগীয় হিচাপ পৰীক্ষকৰপৰা জনা গ'ল যে যোৰহাট চেণ্ট্ৰেল বেংকৰ জীপ গাড়ীখনেৰে তেখেতে বিনোবা ভাবেৰ লগত ভূদান সংক্ৰান্তত গোটেই অসম ভ্ৰমি ফুৰাৰ কাৰণে চেণ্ট্ৰেল বেংকৰ পুঁজিৰপৰা সাতহাজাৰ টকাৰ পেট্ৰল খৰচ হ'ল। এই বিষয়ে তেখেতৰপৰা কৈফিয়ৎ বিচৰাত ফুকন ডাঙৰীয়া বৰ ক্ৰোধান্বিত হ'ল।

ইয়াৰ পিছত এদিন এছিচটেণ্ট ৰেজিষ্ট্ৰাৰে মালো সমবায় সমিতিৰ সভাপতি, সম্পাদকক মোৰ ওচৰলৈ লৈ আহি ক'লেহি যে মালোত ঘৰ-বাৰী আৰু ঘাঁহ-পানীৰ ব্যৱস্থা সম্পূৰ্ণ হ'ল; এতিয়া কৃষি বিশ্ববিদ্যালয়ৰ কেম্পাচৰপৰা গৰু-ম'হবিলাক নিবলৈ মোৰ আদেশ লাগে। মই সন্মত হ'লো আৰু গৰু-মহবিলাক ঘূৰাই মালোলৈ আনিলে। ইয়াৰ এমাহমানৰ পিছতে মই কামৰপৰা অৱসৰ ল'লো। চৰকাৰে পেঞ্চন লোৱাৰ বয়স পচপন্নৰপৰা আঠাৱনলৈ বৃদ্ধি কৰাত মোৰ আৰু তিনিবছৰ চাকৰি বঢ়াই দিলে; কিন্তু প্ৰয়াত ফুকন ডাঙৰীয়াই মোক পুনৰ যোৰহাটত নিদিয়াৰ কাৰণে চৰকাৰক ধৰাত মোক গুৱাহাটীত কাম কৰিবলৈ দিলে।

মই যোৰহাটত ডেপুটি ৰেজিষ্ট্ৰাৰ হৈ থকা কালছোৱাত প্ৰদ্ধেয় নীলকমল বেজবৰুৱা, স্বৰ্গীয় শিৱনাথ শৰ্মা, স্বৰ্গীয় সুশীল শৰ্মা, স্বৰ্গীয় নবীন বৰুৱা আদি কেইজনমান নিষ্ঠাবান সভ্য লৈ যোৰহাট কনজুমাৰ হ'লচে'ল ক'অপাৰেটিভখন স্থাপন কৰা হয়। কিন্তু বিধিৰ বিপাক কেন্দ্ৰীয় চৰকাৰৰ কোনো এজন বিষয়া আহি অংশৰ মূল্য ১০০ টকাৰ ঠাইত ১০ টকা

কৰাত গোটেই যোৰহাট বজাৰ ইয়াত সোমাই পৰাত পুনৰ উঠাবলৈ নিদিলে।

মোক গুৱাহাটীলৈ পঠাই ফুকনে মোৰ ওপৰত নানা তৰহৰ অভিযোগ আনিলে আৰু এজন জইণ্ট ৰেজিষ্ট্ৰাৰৰ হতুৱাই তদন্ত কৰালে। এই জইণ্ট ৰেজিষ্ট্ৰাৰজনে চৰকাৰলৈ লিখিলে যে মোৰ ভাইক হেনো চেণ্ট্ৰেল বেংকৰপৰা আঠহেজাৰ টকাৰ এটা ঋণ দিয়া হৈছে। মোৰ ভাইয়ে এখন সমবায় কৃষিপাম খুলিছিল আৰু এই ফাৰ্মখন এছিচ্টেণ্ট ৰেজিষ্ট্ৰাৰৰ অনিচ্ছাস্বত্বেও মই জোৰ কৰি ৰেজিষ্টাৰ কৰোৱালো। তাৰোপৰি চেণ্ট্ৰেল বেংকে মোৰ ভাইক টকা মঞ্জুৰ কৰা মিটিঙত মই নিজে উপস্থিত থাকি টকাটো লৈ দুইজনে ভগাই খালো বুলি গভৰ্ণমেণ্টলৈ লিখিলে। তেখেতে আৰু কিছুমান মিছা অভিযোগ আনিলে যে চৰকাৰী জীপ গাড়ীখন বোলে মোৰ নিজৰ কামত য'লৈকে ত'লৈকে লৈ ফুৰো। এইদৰে এই জইণ্ট ৰেজিষ্ট্ৰাৰজনে এটা মিছা ৰিপ'ৰ্ট দি মই গুৱাহাটীত থাকোতেই কামৰপৰা নিলম্বিত কৰালে। পিছত যেতিয়া ডিপাৰ্টমেণ্টেল এনকোৱাৰী হ'ল তেতিয়া ধৰা পৰিল যে মোৰ ভাইয়ে আঠ হেজাৰ নগদ টকা নিয়া নাছিল; কেৱল এশ বিঘা মাটিত ধাও, আলু, মটৰ আদিৰ খেতি কৰিবৰ কাৰণে কঠীয়া, সাৰ, ট্ৰেক্টৰ, পোক মৰা দৰৱ আদিৰ বাবে আঠ হেজাৰ টকা ধাৰে লৈছিল। এই ছচাইটিৰপৰা ফুকন ডাঙৰীয়াই মানুহ পঠাই প্ৰায় এহেজাৰ মোন ধাওধান দোৱাই আনিছিল আৰু এই ধান কি কৰিলে তেখেতে একো ক'ব নোৱাৰিলে। জীপ গাড়ীখনৰ লগ বহী চাই প্ৰমাণিত হ'ল যে মোৰ নিজৰ কামত গাড়ীখন ব্যৱহাৰ হোৱা নাছিল। ফুকনৰ সকলো অভিযোগ মিছা বুলি

আৰু মানুহজন ইৰ্ষাপৰায়ণ বুলি প্ৰমাণিত হ'ল।

মই যোৰহাটত ডেপুটি ৰেজিষ্ট্ৰাৰ হৈ থকা কালত আৰু এটা উল্লেখযোগ্য ঘটনা ঘটে। সমবায় চাপ্লাইচ ক'অপাৰেটিভ আৰু সমবায় মাৰ্কেটিং ক'অপাৰেটিভৰ যোগে ধান সংগ্ৰহৰ কাম চলিছিল। অসমৰ ভিতৰত উত্তৰ লক্ষীমপুৰতেই সৰহ ধান সংগ্ৰহ হয় আৰু এই অঞ্চলটো মোৰ এলেকাৰ ভিতৰত পৰে। এই সংক্ৰান্তত এদিন মই লক্ষীমপুৰৰ আৱাস ভ্ৰমনত থাকোতেই সমবায় সচিব শ্ৰীমোহিনী নাথ ফুকন, যোগান বিভাগৰ ওপৰ খাপৰ কৰ্ম্মচাৰীসকলৰ সৈতে উত্তৰ লক্ষীমপুৰ পালেগৈ; তেখেতসকল পিছদিনা ধেমাজীলৈ যাব আৰু মোকো লগতে যাবলৈ ক'লে। কথা সময়ত আমি ৰাওনা হ'লো। অলপ দূৰ গৈয়ে এখন মাৰোৱাৰী দোকানত পৰ্য্যন্ত আকাৰ ধানৰ দ'ম দেখিবলৈ পালো; আমি ততালিকে ধানৰ দ'মৰ ওচৰ পালোগৈ আৰু সেইবিলাক বে-আইনীভাৱে সংগ্ৰহ কৰা ধান বুলি প্ৰমাণিত হল; ধানবিলাক লগে লগেই জব্দ কৰা হ'ল। তাৰ পিছত কিছুদূৰ গৈ আমি মাছখোৱাৰ বঙলাতে ৰাতিটো থাকিবলৈ ঠিক কৰিলো। তেতিয়া পুহমাহ, ৰাতি বৰ ঠাণ্ডা, সোনকালে খাই বৈ লেপৰ তলত সোমালো। মই আৰু শ্ৰীমোহিনী ফুকন একেটা কমতে শুলো। ৰাতি প্ৰায় ১০/১১ মান বজাত প্ৰয়াত ললিত কুমাৰ দলৈ উপমন্ত্ৰীয়ে আমাৰ দুৱাৰত টুকুৰিয়ালেহি। শ্ৰীমোহিনী ফুকনে মোক দুৱাৰ খুলিবলৈ মানা কৰিলে। দলৈ ডাঙৰীয়া ৰাতিটো ডাক বঙলাৰ বাৰান্দাতে আৰামী চকীখনত বহি থাকিল। ৰাতি পুৱালত আমি দুৱাৰ খোলাৰ লগে লগে তেখেতে সেই ধান জব্দ কৰা মাৰোৱাৰীজনক পুলিচত নিদিবৰ কাৰণে আমাক অনুৰোধ কৰিলে। শ্ৰীমোহিনী ফুকনে ছিলং

পাইছে কি কৰা হ'ব বা নহ'ব তেখেতক জনাব বুলি কৈ বিদায় দিলে আৰু আমি ধেমাজী পালোগৈ। ধেমাজীৰ মাৰ্কেটিং ছচাইটিখনৰ সম্পাদকজন প্ৰয়াত ললিত দলৈৰ ভায়েক শঙ্খ দলৈ। তেখেতে মাৰ্কেটিং ছচাইটিৰ পঞ্চাশ হাজাৰ টকাৰ হিচাপ মিলাই দিব নোৱাৰাত সমবায় বিভাগৰ কৰ্ম্মচাৰীসকলে তেওঁৰ বিৰুদ্ধে ব্যৱস্থা ল'বলৈ তৎপৰ হৈ আছিল। ধেমাজীৰ-পৰা ঘূৰি আহি পুনৰ মাছখোৱাত এৰাতি থাকি এজন মণ্ডল আনি এটুকুৰা চৰকাৰী মাটি জোখ-মাখ কৰাই এটা ধানৰ গুদাম সজাৰ ব্যৱস্থা কৰা হ'ল; কিছুদিনৰ পিছত এটা ডাঙৰ গুদাম ঘৰ হৈ উঠিল।

কিছুদিনৰ পিছত ধান জব্দ কৰাৰ সংক্ৰান্তত বুজ ল'বলৈ অসমৰ মুখ্যমন্ত্ৰী প্ৰয়াত বিমলা প্ৰসাদ চলিহা সোণাৰিলৈ আহিছিল। কোৱা বাহুল্য যে সোণাৰি তেখেতৰ সমষ্টিত পৰে। তেখেতৰ লগত সমবায় ৰেজিষ্ট্ৰাৰ স্বৰ্গীয় কুসুম ফুকন আৰু যোগান বিভাগৰ সচিব মিঃ পেৰী আহিছিল; মোকো সোণাৰিলৈ যাবলৈ আদেশ দিলে। মুখ্যমন্ত্ৰীয়ে ক'লে যে ধেমাজী মাৰ্কেটিং ছচাইটিক ধান সংগ্ৰহ কৰিবলৈ দিব নালাগে, যিহেতু তাত টকা-পইচাৰ খেলি-মেলি হৈছে. গতিকে এজন সমৰ্থবান ব্যৱসায়ীক ধান সংগ্ৰহ কৰিবলৈ দিব লাগে। পিছত জানিব পৰা গ'ল যে আগতে সেই ধান জব্দ কৰি থোৱা মাৰোৱাৰীজনক সকলো দোষৰপৰা মুক্ত কৰি পুনৰ ধান সংগ্ৰহ কৰিবলৈ দিয়া হ'ল।

এই ঘটনাৰ কিছুদিনৰ পিছত যোৰহাটলৈ যোগান বিভাগৰ মন্ত্ৰী প্ৰয়াত ৰূপনাথ ব্ৰহ্ম আহিছিল। তেখেতে ধান সংগ্ৰহত লিপ্ত থকা জিলাৰ মুখ্যী কৰ্ম্মচাৰীকেইজনৰ লগত আলোচনা কৰি-বৰ কাৰণে সকলোকে খবৰ দিবলৈ জিলাৰ উপায়ুক্তক আগ-

তাঁহাকে জনালে ; মোক কোনো খবৰ নিদিলে। মন্ত্রী ডাঙৰীয়াই মোৰ খবৰ লোৱাত প্ৰকিয়ৰমেণ্টৰ ডেপুটি ডিৰেক্টৰজনে তপৰাই ক'লে যে তেখেতক খবৰ দিয়াইছিল, কিন্তু কিয় অহা নাই তেখেতে নাজানে। মন্ত্রী ডাঙৰীয়াই ডেপুটি ডিৰেক্টৰজনক নিজে গৈ গাড়ীত তুলি মোক তেখেতৰ ওচৰলৈ লৈ আহিবলৈ আদেশ দিয়াত মোক লৈ গ'লহি। মই গৈ মন্ত্রীক জনালোঁ যে তেখেত অহাৰ মই কোনো খবৰ পোৱা নাই। এনেতে জিলাৰ উপায়ুক্তজনে মন্ত্রীক জনালে যে মই তেখেতৰ লগত ধান সংগ্ৰহৰ বিষয়ে যোগাযোগ কৰা নাই। মই উপায়ুক্তক উদ্দেশ্য কৰি ক'লো যে তেখেতে বোতিয়াই দৰকাৰ ভেজিয়াই মোক মাতি নিব পাৰে ; কিন্তু মোক কোনো দিনেই মতা নাই। মন্ত্রীয়ে এইবিলাক বাক্-বিতণ্ডা শুনিব নোখোজো বুলি ক'লে আৰু উপায়ুক্তক সকলো কৰ্ম্মচাৰীকে লগত লৈ ধান সংগ্ৰহৰ কাম কৰিবলৈ ক'লে। সেইদিন ধৰি উপায়ুক্ত এ, কে, ৰয়ে মোক বেয়া পোৱা হ'ল। তেখেত কেইদিনমানৰ পিছতে ৰেজিষ্ট্ৰাৰ অব্ ক'অপাৰেটিভ চছাইটি হৈ ছিলঙলৈ গ'ল ; গৈয়ে প্ৰয়াত নীলমণি ফুকনৰ অভিযোগবিলাক পাই মোক যোৰহাটত নিদি গুৱাহাটীত দিলে আৰু ফুকনৰ অভিযোগবিলাকৰ তদন্তৰ কাৰণে জইণ্ট ৰেজিষ্ট্ৰাৰ আৰিফ আলিক দায়িত্ব দিলে। এই বিষয়ে আগতে উল্লেখ কৰা হৈছে। প্ৰায় দমাহ দিন বহি থকাৰ পিছত মোক গুৱাহাটীত দিয়াৰ আদেশ পালো আৰু যথা সময়ত গুৱাহাটীত কামৰ ভাৰ ল'লোঁগৈ।

—o—

# অষ্টাদশ অধ্যায়

গুৱাহাটীত কাম আৰম্ভ কৰাৰ পিছত ডিমৰীয়া মাৰ্কেটিং সমবায়খন পৰিদৰ্শন কৰিবলৈ গ'লো। এইখন সমবায়ত যথেষ্ট ধান সংগ্ৰহ হয়। দেখা গ'ল যে চৰকাৰে বান্ধি দিয়া দামত চাৰ্ভিচ ক'অপাৰেটিভবিলাকে ধুমধাম ধান আনি জমা দিছেহি। বিশ্বস্ত সূত্ৰে জানিব পাৰিলো যে সেই ধানবিলাক দাদন লৈ থোৱা মহাজনসকলৰপৰা কুৰি টকাত আনি একৈশ টকাত মাৰ্কেটিং ছচাইটিক জমা দিয়েহি। মহাজনসকলে খেতিয়কৰপৰা মোনে দহ টকা আগধন দি থোৱা ধানখিনি দহ টকাত আনি কুৰি টকাত চাৰ্ভিচ ক'অপাৰেটিভক দিয়েহি আৰু চাৰ্ভিচ ক'অপাৰেটিভে একৈশ টকাত মাৰ্কেটিং ছচাইটিক দিয়েহি। এনে কাণ্ড দেখি মই মাৰ্কেটিং ছচাইটিৰ সম্পাদকলৈ এখন চিঠি দিলো যাতে চাৰ্ভিচ ক'অপাৰেটিভৰ সমজুৱাসকলে মহাজনৰপৰা লোৱা দাদনৰ টকাটো মহাজনক ঘূৰাই দি তেওঁলোকে খেতিয়কৰপৰা পূৰা একৈশ টকাত ধান কিনি মাৰ্কেটিং ছচাইটিক যোগান দিয়েহি আৰু সেইবাবে তেওঁলোকৰ প্ৰাপ্য কমিছন মাৰ্কেটিং ছচাইটিৰপৰা ল'ব। এই চিঠিৰ একোটা নকল অসম সমবায় এপেক্স বেংক, সমবায় সচিব ও ৰেজিষ্ট্ৰাৰলৈ দিয়া হ'ল। ইতিমধ্যে মই ধুবুৰীত এছিচটেণ্ট ৰেজিষ্ট্ৰাৰ হৈ থাকোতে গাৰো পাহাৰত যিটো কপাহ ধুনা কল স্থাপন কৰি আহিছিলো সেই কলটো চাবলৈ গ'লো; গৈ দেখিলো যে এজন নিম্ন থাপৰ সমবায় কৰ্ম্মচাৰীৰ হাতত

মিলটো চলাবলৈ দায়িত্ব দিছে আৰু ছিলঙত থকা জইণ্ট্ ৰেজিষ্ট্ৰাৰ এজনৰ তত্বাৱধানত ইয়াক চলাই আছে। এই মিলটো যদিও গুৱাহাটীৰ ডেপুটি ৰেজিষ্ট্ৰাৰৰ অধীনত, তথাপি ইয়াৰ কাম-কাজ ছিলঙৰপৰা পোনপটীয়াকৈ চলায়। মই গৈ দেখিলো যে তাত থকা কৰ্মচাৰীজনে কামবিলাক পৰিপাটিকৈ চলাব পৰা নাই। যি উদ্দেশ্যে মিলটো পতা হ'ল সেই উদ্দেশ্য মুঠেই সফল হোৱা নাই, কিয়নো সৰহ সংখ্যক কপাহ বেপাৰীয়ে খুব কম দামত কিনি লৈ যায়, কিয়নো মিলৰ তৰফৰপৰা খেতিয়কক টকা-পইচা দি কপাহ লব পৰা কোনো আঁচনি নাছিল। এই বিষয়ে ৰেজিষ্ট্ৰাৰলৈ এটা পৰিদৰ্শন টোকা পঠালো; কিন্তু ইয়াৰ ফলাফল মোক একো নজনালে।

এইদৰে থাকোতেই এদিন স্বৰ্গীয় মহেন্দ্ৰ মোহন চৌধুৰীয়ে তেখেতৰ লগত ডিমৰীয়াত থকা গান্ধী স্মাৰক নিধি অনুষ্ঠানত এৰাতি থাকিবলৈ অনুৰোধ কৰিলে। মই তেখেতৰ লগত গ'লো আৰু ৰাতিটো নানা তৰহৰ গল্প-গুজৱ কৰি কটালো। উল্লেখযোগ্য যে সেই সময়ত চৌধুৰী ডাঙৰীয়া আসাম এচেম্বলিৰ স্পিকাৰ আছিল। পিছদিনা ৰাতিপুৱা আমি পুৱাৰ প্ৰাৰ্থনাৰ পিছত অলপ জলযোগ কৰি বহি থকা অৱস্থাত কিছুমান মানুহ মই দিয়া চাকুলাৰখন হাতত লৈ সেইখিনি পালেহি আৰু কলে যে তেওঁলোকে মোনে দহটকাত দাদনত ধান দিম বুলি মহাজনৰ লগত কৰা চুক্তি মতে ধান দিবই লাগিব। চৰকাৰৰপৰা টকা লৈ কোনো পধোই মহাজনক দাদনত জনা টকা ঘুৰাই দিব নোৱাৰি। এনে কৰিলে ভৱিষ্যতে মহাজনসকলৰপৰা বিপদে-আপদে টকা পোৱাৰ মুখ মাৰিব; আনহাতে এনেদৰে চুক্তি ভঙ্গ কৰাটো বে-আইনী হ'ব। পিছত চৌধুৰী

ডাঙৰীয়াই মোক ক'লে যে এনে অৱস্থাত আমি হস্তক্ষেপ নকৰাই ভাল। কথাটো ইমানতে ওৰ পৰিল। মহাজনে খেতিয়কৰপৰা দহ টকাত ধান লৈ এৰৈশ টকাত মাৰ্কেটিং ছচাইটিক দি থাকিল।

ইয়াৰ কেইদিনমানৰ পিছতে প্ৰয়াত নলিনী বৰকটকী (এপেক্স মাৰ্কেটিঙৰ সভাপতি। সমবায় বিভাগৰ ৰেজিষ্ট্ৰাৰ শ্ৰী এ কে ৰয়ে দিয়া এটা কাগজৰ টোপোলা ছিলঙৰপৰা ঘূৰি আহোঁতে মোৰ অফিচৰ দুৱাৰৰ ফাঁকেদি অফিচৰ ভিতৰত পেলাই থৈ চকী-দাৰজনক জৰুৰী কাগজ বুলি মই অহা মাত্ৰে ক'বলৈ ক'লে। মই অহাৰ পিছত চকীদাৰে কাগজৰ টোপোলাটো মোক দেখুৱাই দিলে। কোৱা বাহুল্য যে মোৰ অফিচৰে এটা কোঠাত মই অকলে থাকো। কাগজখিনি মেলি চাই দেখিলো যে দুদিনৰ পিছতে মিৰ্ধা কমিটি দিল্লীৰপৰা গুৱাহাটী পাবহি। ভাৰতবৰ্ষৰ সমবায় আন্দোলনৰ বিষয়ে সকলো তথ্য-পাতি লবৰ কাৰণে কেন্দ্ৰীয় চৰকাৰে এই কমিটিখন পাতি দিছিল। কেন্দ্ৰীয় মন্ত্ৰী শ্ৰীৰাম নিবাস মিৰ্ধা এই কমিটিখনৰ চেয়াৰমেন আছিল। মহাৰাষ্ট্ৰৰ ৰেজিষ্ট্ৰাৰ অব্ ক'অপাৰেটিভ ছচাইটিজ আৰু এজন ৰিজাৰ্ভ বেংক অব্ ইণ্ডিয়াৰ মানুহ লৈ এই কমিটিখন গঠিত হৈছিল। দেখা গ'ল যে প্ৰায় এমাহমানৰ আগতে এই কাগজ-খিনি মিৰ্ধা কমিটিয়ে অসমৰ ৰেজিষ্ট্ৰাৰলৈ পঠাইছিল। তাত অসমৰ সমবায় আন্দোলনৰ বিষয়ে কৰা বহুত প্ৰশ্নৰ উত্তৰ তেখেতসকলে গুৱাহাটী আহি পোৱাৰ লগে লগেই দিবলৈ কোৱা আছিল। এতিয়া এমাহ ৰেজিষ্ট্ৰাৰৰ অফিচত পেলাই থোৱাৰ পিছত দুদিনৰ ভিতৰতে সকলো প্ৰশ্নৰ উত্তৰ প্ৰস্তুত কৰি মই নিজে মিৰ্ধা কমিটিৰ ওচৰলৈ গৈ সকলো প্ৰশ্নৰ উত্তৰ দি

বুজাই দিব লাগে; এইটো মোক অপ্রস্তুত কৰাৰ এটা ষড়-যন্ত্ৰ বুলি ধৰি ল'লো।

শ্ৰীযুত মথুৰা গোস্বামীৰ ঘৰ মোৰ ওচৰতে; পুৱা-গধূলি সকলো সময়তে তেখেতৰ লগত কটাওঁ। সেইসময়ত তেখেত গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য আছিল। মিৰ্ধা কমিটিয়ে পঠোৱা কাগজ-পত্ৰখিনি তেখেতক দেখুৱালো। তেখেতে এখন জৰুৰী চিঠি লিখি এজন পিয়ন ছিলঙলৈ পঠাই ৰেজিষ্ট্ৰাৰক দিবলৈ উপদেশ দিলে। চিঠিখন লিখি তেখেতক দেখুৱাই পিছদিনা পুৱাই পঠোৱাৰ কথা; ভাত-পানী খাই উঠি ৰাতি দহমান বজাত এ, কে, বয়লৈ এটা টেলিফোন বুক কৰিলো। ৰাতি প্ৰায় বাৰ বজাত তেখেতে বিচনাৰপৰা উঠি আহি ফোন ধৰিলেহি। মই তেখেতক ক'লো যে ৰবকটকীৰ হাতত পঠোৱা কাগজখিনি আজি আঠ বজাতহে পাইছো; ইয়াৰ আগতে মই এই বিষয়ে একো জনা নাছিলো। তেখেতে খঙেৰে ক'লে যে গুৱাহাটীৰ এছিচ্‌টেণ্ট ৰেজিষ্ট্ৰাৰলৈ এমাহৰ আগতে এই কাগজৰ নকল পঠোৱা হৈছিল, এতিয়া পোৱা নাই বুলি ক'লে কেনেকৈ হ'ব। মই ক'লো যে এছিচটেণ্ট ৰেজিষ্ট্ৰাৰ বা ৰেজিষ্ট্ৰাৰে এই বিষয়ে মোক একো জনোৱা নাই; গতিকে তেখেতে নিজে আহি মিৰ্ধা কমিটিৰ প্ৰশ্নাৱলীকৰ যথোচিত উত্তৰ দিয়কহি। ইমানবিলাক জটিল প্ৰশ্নৰ উত্তৰ উশাহটোতে মই দিব নোৱাৰিম। তেতিয়া ৰেজিষ্ট্ৰাৰ অলপ নৰম হ'ল আৰু ক'লে যে তেখেত নিজে আহিব নোৱাৰিব। কাৰণ এপেক্স বেংকলৈ মিৰ্ধা কমিটি আহিব আৰু আগতীয়াকৈ তেখেত প্ৰস্তুত থাকিব লাগিব, গতিকে তেখেতৰ বদলি শ্ৰীমহেশ্বৰ গগৈ, জইণ্ট ৰেজিষ্ট্ৰাৰক নিচেই পুৱাতে গুৱাহাটীলৈ পঠাব। স্বস্তিৰ নিশ্বাস পেলাই ফোনটো

নমাই থৈ বিচনাত পৰিলো। পিছদিনা পুৱা ৭-৫০ মান বজাত শ্ৰীগগৈ গুৱাহাটী পালোঁহি। তেখেতে ৰাতিয়েই স্পেচিয়েল গেষ্ট পাৰমিট লৈ আহিব লগা হ'ল। গগৈয়ে আহি তেখেতসকলক প্ৰথমে ডিমৰীয়া মাৰ্কেটিং সমবায়খন দেখুৱাবলৈ ঠিক কৰিলোঁহি, যিহেতু ইয়াত কিছুৰ ধান সংগ্ৰহৰ বাম চলি আছিল। তাৰ পিছত গুৱাহাটী ইণ্ডাষ্ট্ৰিয়েল বেংকটো দেখুৱাবলৈ ঠিক কৰিলে।

যথা সময়ত কমিটিৰ সদস্যসকলক ডিমৰীয়া মাৰ্কেটিঙলৈ নিয়া হ'ল। সমবায় মাৰ্কেটিঙৰ যোগে এনেধৰণে ছেদভেদ নোহোৱাকৈ ধান সংগ্ৰহ কৰি থকা দেখি মহাৰাষ্ট্ৰৰ ৰেজিষ্ট্ৰাৰজন অবাক হ'ল। তেখেতে ক'লে যে অসমত যেনে ধৰণে ধান সংগ্ৰহ হৈছে মহাৰাষ্ট্ৰটো এনে ধৰণৰ সংগ্ৰহ নীতি অবলম্বন কৰিবগৈ। খেতিয়কে যে চৰকাৰে বান্ধি দিয়া দামত ধান বিক্ৰী কৰিব পৰা নাই তাকে জনাবৰ কাৰণে মই দিয়া চাৰ্কুলাৰখনৰ নকল এটা তেখেতসকলৰ হাতত দিলো। কাগজখন ওপৰে ওপৰে পঢ়ি চাই মোক ঘুৰাই দিলে আৰু এই বিষয়ে কোনো মন্তব্য নকৰিলে। তেখেতসকল ডিমৰীয়াৰপৰা ঘূৰি আহি গধূলি ইণ্ডাষ্ট্ৰিয়েল ক'অপাৰেটিভখন চালেগৈ। পিছদিনা ৰাতিপুৱাই ছিলঙলৈ ৰাওনা হ'ল। ছিলঙত এপেক্স বেংক পৰিদৰ্শন কৰোতে ৰেজিষ্ট্ৰাৰ এ, কে, ৰয়ক নানা তৰহৰ প্ৰশ্ন কৰি হায়ৰাণ কৰিলে, আৰু ৰয় চাহাবে তেখেতসকলৰ কোনো প্ৰশ্নৰে যথোচিত উত্তৰ দিব নোৱাৰিলে।

গুৱাহাটীত থকা দিনকেইটাত আৰু এটা ক্ষুদ্ৰ ঘটনা ঘটিছিল ; মুখ্যমন্ত্ৰী ডাঙৰীয়াই উত্তৰ গুৱাহাটীৰ ফিচাৰী ছচাইটিখন পৰিদৰ্শন কৰি এটা ৰিপ'ৰ্ট বিচাৰিলে, যিহেতু তাত দুদল মাছমৰীয়া সমজুৱাৰ ভিতৰত মতানৈক্য ঘটিছিল। এদিন ছছাইটি-

খন পৰিদৰ্শন কৰিবলৈ গ'লো ; লগত এহি চটেণ্ট ৰেজিষ্ট্ৰাৰ ৰাজমণি নাথক লৈ গৈছিলো। সমজুৱাসকল যথাসময়ত আহি লগ হ'লহি। শ্ৰীনাথক তাত উপস্থিত হোৱা সমজুৱাসকলৰ নামখিনি অসমীয়াত লিখিবলৈ ক'লো। তেখেতে অসমীয়াত নাম লিখিব নোৱাৰি বুলি কৈ সকলোৰে আগত মোক অবাক কৰিলে। মই তেখেতক একো নকৈ মোৰ লগত যোৱা পিয়নজনক এখন চকীত বহুৱাই নামবিলাক লিখালো। বাকী সকলো কাম পিয়নজন আৰু সমিতিৰ সম্পাদকৰ সহায়ত কৰা হ'ল, নাথক কোনো কাম কৰিবলৈ দিয়া নহ'ল। ঘূৰি আহোঁতে পিয়নজনক মোৰ কাষত আৰু শ্ৰীনাথক পাছৰ আসনত বহুৱাই অনা হ'ল। চৰকাৰলৈ দিয়া ৰিপ'ৰ্টত অৱশ্যে এই বিষয়ে একো উল্লেখ কৰা নহ'ল। কথাটো সকলোতে ৰাষ্ট্ৰ হৈ যোৱাত কৰ্মচাৰীৰ অসমীয়া ভাষাৰ প্ৰতি অৱজ্ঞাৰ কথাটো ওলাই পৰিল।

এই ঘটনাৰ কিছুদিনৰ পিছতে ৰেজিষ্ট্ৰাৰ এ. কে, ৰয়ে প্ৰয়াত নীলমণি ফুকনে দিয়া অভিযোগবোৰৰ ওপৰত তদন্ত কৰা ৰিপ'ৰ্টৰ সম্পৰ্কত মোৰ কৈফিয়ৎ বিচাৰিলে। মই উত্তৰ দিলো যে যোৰহাটৰ অফিচত গৈ ৰেকৰ্ড-পাতি নোচোৱাকৈ খাটাং কোনো উত্তৰ দিব নোৱাৰি, তথাপি মনত পৰাখিনিৰ বিষয়ে এটা থূলমূল ৰিপ'ৰ্ট দিলো। মোৰ উত্তৰত চৰকাৰ সন্তুষ্ট নহৈ সমবায় মন্ত্ৰী শ্ৰীদেৱকান্ত বৰুৱাই মোক কামৰপৰা নিলম্বিত কৰাৰ আদেশ দিলে।

নিলম্বিতকৰণৰ আদেশটো পায়ে সমবায় সচিব শ্ৰীৰমেশ চন্দ্ৰক ফোন যোগে সুধিলো যে এনে কি গুৰুতৰ অপৰাধ কৰিলো যে বাইশ বছৰ ৰ'লো এটা ৰঙত নোহোৱাকৈ চকৰি

কৰাৰ পিছত আৰু সেইবাৰেই পেঞ্চন লোৱাৰ পিছতো আৰু তিনি বছৰ চাকৰি বঢ়াই দি এতিয়া এবছৰ নৌ হওঁতেই মোক নিলম্বিত কৰা হৈছে? তেখেতে ক'লে যে এইবিলাক মন্ত্ৰীসকলৰ কাম আৰু এনে কাৰ্য্যত তেখেতে বৰ বেয়া পাইছে বুলি মোক জনাই ছুটী ল'বলৈ ক'লে।

ছুটী লৈয়ে ছিলং পালোগৈ আৰু ৰমেশ চন্দ্ৰক লগ ধৰি ক'লোগৈ যে এ, কে, ৰয়ৰ বাহিৰে আন যেই কোনো অফিচাৰ বা তেখেতে (ৰমেশ চন্দ্ৰই) নিজেই মোৰ ওপৰত আৰোপিত অভিযোগবিলাকৰ বিষয়ে তদন্ত কৰিব লাগে। মোৰ অনুৰোধত ৰমেশ চন্দ্ৰ ৰাজী হ'ল আৰু তেখেতৰ ডেপুটি চেক্ৰেটৰীজনক তদন্ত কৰিবলৈ আদেশ দিলে।

ইয়াৰ পিছত সমবায় মন্ত্ৰী শ্ৰীদেৱকান্ত বৰুৱাৰ ঘৰলৈ গৈ তেখেতক সুধিলোগৈ যে চাকৰিৰপৰা অৱসৰ লোৱাৰ পিছতো পুনৰ তিনিবছৰ চাকৰি বঢ়াই দি এতিয়া সামান্য কিছুমান ঈৰ্ষামূলক অভিযোগৰ ওপৰত ভিত্তি কৰি মোক কিয় নিলম্বিত কৰিছে? তেতিয়া শ্ৰীবৰুৱাই দুখ প্ৰকাশ কৰি ক'লে, যে তেখেতে কামটো এটা ৰিপ'ৰ্টৰ ওপৰত ঘপহকৰে কৰি পেলালে; তথাপি তেখেতে শ্ৰী এ, কে ৰয়ক মাতি আনি পিছদিনাই তেখেতৰ আদেশটো উঠাই লোৱাৰ ব্যৱস্থা কৰিব আৰু লগতে মোকো সেই সময়ত তেখেতৰ ওচৰত থাকিবলৈ ক'লে। সেইমতে পিছদিনা পুৱা তেখেতৰ ঘৰলৈ গ'লো। মই গৈ পোৱাত এ, কে, ৰয়ক মাতি আনিলে। ৰয় চাহাবে শ্ৰীবৰুৱাক আন এটা কোঠালৈ মাতি নি ক'লে যে যিহেতু তেখেতে ইতিমধ্যে এসেম্ব্লিত মোক নিলম্বিত কৰা কথাটো ঘোষণা কৰিলে, গতিকে এতিয়া তাক অদল-বদল কৰাটো সম্ভৱ নহয়। তেখেতে পুনৰ মোৰ ওচৰলৈ আহি

তাকে কলোঁহি আৰু তাৰ্পিছত মই মোৰ ঘৰ যোৰহাট পালোঁহি।

যোৰহাটত মোৰ ককাদেউতাই পাতি থৈ যোৱা এখন সৰু চাহৰ বাগান আছে, তাকে কিছু উন্নত কৰাত মোৰ বাকীকেইজন ককাই-ভাইৰ লগত পৰামৰ্শ কৰি নিজৰ কপঘৰত পাত নামাৰি কেঁচা পাত বেচিবৰ দিহা কৰিলো। লগে লগে মই আধা কৰি এৰি থৈ অহা মাছৰ পুখুৰীটো সম্পূৰ্ণ কৰিবলৈ আৰম্ভ কৰিলো। উল্লেখযোগ্য যে আমাৰ এই হোলাটোত বাৰিষা ব্ৰহ্মপুত্ৰেপৰা বিস্তৰ মাছ সোমাইহি। তাতে এটা পোহখোৱা পুখুৰী আছিল, সেই পুখুৰীটো ভালকৈ খন্দাই তাত জমা হোৱা মাছবিলাক ধৰাহ আমি সকলোকে ভগাই দিওঁ, ওচৰ চুবুৰীয়া গাঁৱৰ সকলো মানুহ আহি অলপ মাছ লৈ যায়হি। সেই সময়ত গাঁৱৰ ওচৰৰ অন্য কোনো পথাৰ বা পুখুৰীত মাছ নাথাকে।

মাছৰ লগতে নানা ধৰণৰ ধানৰ সঁচ আনি ওচৰৰ গাঁৱৰ মানুহক বহুত বুজাই-মেলি খেতি কৰিবলৈ দিলো। মোৰ নিজা খৰচত ৰাসায়নিক সাৰ আনি সেই ধান খেতিত প্ৰয়োগ কৰিবলৈ যত্ন কৰালো, যিহেতু এই সাৰ প্ৰয়োগ কৰিবলৈ কোনেও সাহ নকৰে। অৱশেষত আমাৰ আধি খোৱা মানুহবিলাকক ক'লো যে তেওঁলোকে কৰা আধা মাটিত এই সাৰ প্ৰয়োগ কৰক আৰু সেই আধাত ধান নহ'লে আমাক ধান দিব নালাগে আৰু হ'লে আগৰ নিয়মতে আধি দিব, সাৰ দিয়াৰ খৰচ মাক দিব নালাগে। এনেদৰে মই কোৱা মতে মানুহবিলাকক উন্নত ধৰণৰ ধানৰ সঁচ আৰু সাৰ প্ৰয়োগ কৰোৱাই খেতি কৰি বহু উপকৃত হ'ল আৰু বৰ্ত্তমানেও হৈছে।

ইতিমধ্যে যোৰহাটৰ ডেপুটি ৰেজিষ্ট্ৰাৰৰ অফিচে মোক নিলম্বিত কৰাৰ কাৰণবিলাকৰ বিচাৰ কৰিবলৈ চৰকাৰে পঠোৱা

ডেপুটি চেক্রেটৰীজন আছিল। তদন্তত মই প্ৰয়াত নীলমণি ফুকনক ডিচেম্বৰ মাহৰ আৰত দিনৰ এঘাৰ বজাৰপৰা বাৰ এঘাৰ বজালৈকে জেৰা কৰিলো। সমবায়ৰ লগত জড়িত সকলোকে এই জেৰা কৰা শুনিবলৈ মতা হ'ল; বহুত মানুহ আছিল। জেৰাত ফুকনৰ প্ৰত্যেকটো অভিযোগ একেবাৰে মিছা বুলি প্ৰমাণিত হ'ল। শ্ৰীঅৰবিন্দ আলিয়ে মোৰ ভাইক টকা দিয়া মিটিঙত মই উপস্থিত নথকাকৈয়ে থকা বুলি মিছা ৰিপ'ৰ্ট দিয়াৰ প্ৰমাণ হ'ল। মোৰ ভাইক টকাৰ বদলি কঠীয়া, সাৰ, ট্ৰেক্টৰ আদি দিয়াহে প্ৰমাণ হ'ল। ফুকনে সমবায় আন্দোলনত নীতি দুৰ্নীতিবিলাক প্ৰকাশ্যভাৱে স্বীকাৰ কৰিব লগা হ'ল। অৱশেষত ছিলঙলৈ গৈ তেখেতৰ সন্মান বচাবৰ কাৰণে চৰকাৰক ধৰি-মেলি মোৰ গাত চেকা পেলাই খালাচ দিয়াৰ আদেশ কৰালেগৈ; কিন্তু তদন্তৰ ৰিপ'ৰ্টত সকলো অভিযোগ মিছা ও ষড়যন্ত্ৰমূলক বুলি চৰকাৰক জনালে। ইমানতো চৰকাৰে মোৰ গাত চেকা লগাই খালাচ দিয়াটোত মই সন্মত নহ'লো; পুনৰ ৰমেশ চন্দ্ৰৰ ওচৰলৈ গৈ তেখেতক ধৰিলেগৈ যে মোক গাৰ জোৰেৰে চেকা লগাই পঠাব নোৱাৰে, গতিকে তদন্তৰ ৰিপ'ৰ্ট আসাম পাব্লিক চাৰ্ভিচ কমিশ্যনলৈ পঠাব লাগে। শ্ৰীৰমেশ চন্দ্ৰ নিৰুপায় হৈ পাব্লিক চাৰ্ভিচ কমিশ্যনলৈ গোটেই কাগজ-পত্ৰবিলাক পঠালে। কমিশ্যনে সকলো চাই-চিতি ৰায় দিলে যে অসৎ মন্ত্ৰী আৰু অসৎ ৰাজনীতিজ্ঞৰ ষড়যন্ত্ৰত সৎ ও নিৰ্ভীক কৰ্মচাৰী বলি হোৱাৰ এইটো এটা জ্বলন্ত প্ৰমাণ; কোনো চেকা নলগোৱাকৈ মোক সসন্মানে খালাচ দিবলৈ কমিশ্যনে ৰায় দিলে আৰু সেইমতে চৰকাৰে টেলিগ্ৰামযোগে মোক জনালে। এই ঘটনাৰ কিছুদিনৰ পিছতে মোৰ জোৱানীৰ বিয়ালৈ

প্ৰয়াত ফখৰুদ্দিন ডাঙৰীয়াক নিমন্ত্ৰণ কৰিলো ; তেখেত আহি গোটেই দিনটো বিয়াৰ ঘৰত থাকি মোৰ ছোৱালীক আশীৰ্বাদ দি গ'লহি।

মোৰ ছোৱালীৰ বিয়াৰ পিছতে মোৰ ওপজা ঠাইডোখৰতে এটা পঁজাঘৰ সাজি পৈতৃক চাহ গছকেইজোপাকে চোৱা-চিতা কৰিবলৈ লাগিলো ; লগতে ১১ বিঘামান মাটিত উন্নত ধৰণৰ কুঁহিয়াৰ খেতি, ধান খেতি, মাছ পোহা আদি কামত লাগি গ'লো আৰু সকলোতে কৃতকাৰ্য্য হ'লো, আৰু মাজে-সময়ে মজদুৰৰ ল'ৰা-ছোৱালীবিলাকৰ লগত ধেমালি কৰি, নানা গল্প কৰি, ৰাতি জুইৰ ওচৰত বহি বাৰীত হোৱা বঙা আলু পুৰি ভাতৰ লগত খুৱাওঁ। মই বন্ধা ভাত খাবলৈ ল'ৰা-ছোৱালীবিলাক বৈ থাকে।

এনেতে এদিন প্ৰয়াত মুখ্যমন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰী দুদল ৰাইজৰ মাজত অৰিয়াঅৰি হোৱাত তেখেতক ৰাইজে এখন মিটিং পাতি মতাই অনাইছিল। লাদৈগড়ৰপৰা মোৰ সৰু খেৰৰ ঘৰকেইটা দেখি মানুহক সোধাত মোৰ কথা ক'লে তেখেতে তৎক্ষণাত মোক মতাই যেনে আছো তেনেই মিটিঙলৈ লৈ গৈ তাত মোক সভাপতি কৰালে আৰু মোৰ পৰামৰ্শমতে সকলো কথা নিষ্পত্তি কৰিলে আৰু তেতিয়াৰপৰা সেই অঞ্চলৰ ৰাইজ আজিপৰ্য্যন্ত উপকৃত হৈ আছে। কোৱা বাহুল্য যে মুখ্যমন্ত্ৰী চৌধুৰী ডাঙৰীয়াই মোক ভালকৈ জানিছিল আৰু মই নিৰ্ভীকভাৱে কৰি যোৱা কামৰ খতিয়ান তেখেতে জানিছিল। সেইকাৰণেই বোধকৰো অৱশেষত ৰাইজৰ ওচৰত এই সন্মান দেখুৱালে।

—০—